# কৰ্ম্মযোগী ভুবন গগৈ





লিখক

শ্ৰীনৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য বি. এ

হেড্‌মাষ্টাৰ

অসম পলিটেকনিক্ ৰেছিডেন্‌ছিয়েল ইনষ্টিটিউসন

শিৱসাগৰ, আসাম।


দাম— { ১।০ কাঁচা বাঁধা
{ ২্ পাকা বাঁধা

# পাতনি

সাহিত্য জগতত জীৱনী-সাহিত্যৰ প্ৰভাৱৰ কথা দোহাৰিবৰ সকাম নাই। যিহেতু ইয়েই জাতিৰ ভৱিষ্যৎ বংশধৰ সকলৰ পথ প্ৰদৰ্শক। সেই কাৰণেই, জীৱনীসাহিত্য জাতীয় সাহিত্যৰ এক অপৰিহাৰ্য্য অঙ্গ বুলিব পাৰি।

স্বৰ্গীয় ভুৱনচন্দ্ৰ গগৈদেৱ, শিৱসাগৰ তথা গোটেই অসমৰে এজন উদ্যোগী মহাপুৰুষ আছিল। কাৰণ তেখেতে অসমত যি যি কামৰ আচনি দাঙি ধৰি ৰাইজক উদগনি দিছিল, সি কাৰো অনুকৰণ নহয়। ই সম্পূৰ্ণ তেখেতৰ স্বাধীন চিন্তা আৰু পাশ্চাত্য শিক্ষাৰ ফল মাথোন। পাশ্চাত্য মনীষী সকলেও একালত তেখেতৰ উৎসাহিত কৰিছিল। তেখেতৰ কৰ্ম্মপ্ৰেৰণাৰ একমাত্ৰ সম্বল আছিল, আমেৰিকাৰ টাস্কিগিৰ বুকাৰ টি ওৱাশিংটনৰ মহান্ কৰ্ম্ম আদৰ্শ। অসমৰ নিচিনা পৰাধীন দেশ এখনৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যাৰ বিষয়ে জানি শুনিও কেৱল মনৰ বলেৰেই তেখেতে এনে এটা মহৎ কাৰ্য্য সাধনত অগ্ৰসৰ হৈছিল। তেখেতে জাতিৰ উন্নতিৰ হকে যিমান পৰিশ্ৰম কৰিলে তাৰ

শলাগনি স্বৰূপে আমি বিশেষ একো কৰা হোৱা নাই। আনকি তেখেতকৰ মহান্ আদৰ্শৰাশি কেতিয়াবা স্মুৰ্ৰিবলৈকে আমাৰ মাজত আজি তেখেতৰ সম্পূৰ্ণ জীৱনী এখন নাই। তেখেতৰ গুণগ্ৰাহী শ্ৰীযুত ভুৱনচন্দ্ৰ সন্দিকৈদেৱে লিখা "৺ভুৱন গগৈ স্মৃতি" খন অতি খৰধৰকৈ উলিয়াব লগা হোৱাত সি কেৱল স্মৃতি স্বৰূপ হৈয়ে ৰল।

গতিকে গগৈ দেৱৰ জীৱনী এখন বহল ভাৱে লিখিবৰ বাবে, বৰ্ত্তমান শিৱসাগৰ কলেজৰ অধ্যক্ষ, প্ৰধান সাহিত্যিক শ্ৰীযুত পদ্মধৰ চলিহা এম. এ—বি. এল্ দেৱে মোক বাৰে বাৰে উদ্‌গনি দিছিল। তাৰোপৰি ৺গগৈদেৱৰ বোৱাৰীয়েক্ শ্ৰীযুতা পৰাজিতা আইদেউৰ বিশেষ অনুৰোধ ৰক্ষা কৰি এই ক্ষুদ্ৰ পুথিখন লিখিবলৈ হাতত লওঁ। এই ক্ষেত্ৰত শিৱসাগৰ নগৰৰ বহুতো লোকৰ পৰা সহায়—সহানুভূতি পাইছো। গতিকে, এই কাৰ্য্যত মোক উদগণি দিওঁতা সকলৰ লগতে তেখেত সকললৈও শলাগৰ শৰাই আগবঢ়ালোঁ। বিশেষকৈ, অধ্যক্ষ চলিহা—দেৱে তেখেতৰ বহুমূলীয়া সময় খৰচ কৰি, পুথিখন্ এবাৰ চকু ফুৰাই দিয়াৰ লগতে, ইয়াক ৰাইজৰ আগত চিনাকি কৰি দিয়াত তেখেতৰ ওচৰত কৃতজ্ঞতা জনাইছোঁ।

সদৌ শেষত, আমাৰ অনুষ্ঠানৰ প্ৰাক্তন ছাত্ৰ শ্ৰীমান্ নোমল চন্দ্ৰ গোহাঁইয়ে এই কাৰ্য্য সম্পূৰ্ণ কৰি তোলাত মোক যথেষ্ট সহায় কৰিলে। তেওঁৰ সহায় নোপোৱা হলে, ই ইমান সোনকালে

সম্পূৰ্ণ হৈ নুঠিল হেতেঁন। গতিকে, তেওঁলৈ মোৰ আন্তৰিক মৰম আৰু হিয়া ভৰা আশীৰ্ব্বাদ আগবঢাইছোঁ, যাতে তেওঁ সাহিত্যিক জীৱনত উন্নতি লাভ কৰি, ভবিষ্যতে দেশৰ আৰু দহৰ কল্যান সাধন কৰিব পাৰে।

বিনীত—

**শ্ৰীনৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য**






# চিনাকি

চানেকি নহলে যেনেকৈ ফুল বছা টান, আদৰ্শ নোহোৱাকৈ মানৱ জীৱন গঢ়াত তেনেকৈ সুকঠিন। ধৰ্ম্মবীৰ আৰু কৰ্ম্মবীৰ সকলৰ জীৱন-চৰিতে মানুহক অসীম প্ৰেৰণা আৰু অশেষ উদগনি দিয়ে। কিন্তু সেই চৰিত্ৰৰ বৰ্ণনা যাতে অতিৰঞ্জিত নহয় আৰু সি যাতে নিখুত, নিৰ্ভীক আৰু—পৰাপক্ষত নিৰপেক্ষ হয় তালৈ বিশেষ চকু ৰখা উচিত। মানুহ মাত্ৰেই দোষ গুণৰ ভাগী। মানৱসুলভ দুৰ্ব্বলতা (human frailty) যে সকলো মৰ্ত্ত্য-বাসীৰে আছে এই ধ্ৰুব সত্য আবেগ বা উত্তেজনাৰ বশবৰ্ত্তী হৈ পাহৰি পেলালে নচলিব। গতিকে কোনো মানুহৰ জীৱনী লিখোঁতে সেই দুৰ্ব্বলতা, ত্ৰুটী, আসোৱাহবোৰ লাহেকৈ উন্মুকিয়াই নথলে সত্যৰ অপলাপ কৰা হব মাথোন। কিন্তু উন্মুকিয়াই হে থব লাগে, সেই বোৰকে ঢৌটোকে বৌটো কৰি গুণ উৎকৰ্ষবোৰ ঢাকি পেলাবলৈ চেষ্টা কৰাটো গৰ্হিত কাৰ্য্য। মক্ষিকা বৃত্তিতকৈ মধুমক্ষিকা বৃত্তি অৱলম্বন কৰাটোহে সৰ্ব্বতোভাবে বাঞ্ছনীয়। মহাপুৰুষ মাধৱদেৱৰ নামঘোষা নামৰ অমূল্য ধৰ্ম্মগ্ৰন্থত এই সম্পৰ্কে যিকাকি পদ আছে সিয়েই আমাৰ প্ৰকৃত পথ নিৰ্দ্দেশক—

"অধমে কেৱল দোষ লৱয় মধ্যমে গুণ
দোষ লয় কৰিয়া বিচাৰ।
উত্তমে কেৱল গুণ লবয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তাৰ॥"

কোনো মানুহৰ চৰিত্ৰ আৰু মহত্ব প্ৰকাশ পায় তেওঁৰ শক্তি সাধনৰ জৰীয়তে। ইংৰাজীতও কথা এষাৰ আছে "The greater the adversity the greater the triumph." নিজৰ কৰ্ত্তব্য সমাধা কৰিবৰ কাৰণে, জীৱনৰ ব্ৰত উদযাপন কৰিবৰ উদ্দেশ্যে যিমান বাধা বিঘিনি জঞ্জাল, আহুকাল, বিপদ বিপৰ্য্যয় নেওচি গন্তব্য পথত আগুৱাই যাব পৰা যায় সিমানেই তেওঁৰ অসাধাৰণ ব্যক্তিত্ব, অসীম মনোবল, আশাশুধীয়া কৰ্ত্তব্যনিষ্ঠা প্ৰকাশিত আৰু বিকশিত হৈ উঠে।

স্বৰ্গীয় ভুবনচন্দ্ৰ গগৈ আছিল তেনে ধৰণৰ এজন কৰ্ম্মযোগী —শিক্ষাব্ৰতী আৰু স্বদেশপ্ৰেমিক। তেওঁৰ বৈচিত্ৰ্যপূৰ্ণ আৰু ঘটনাবহুল জীৱনৰ সকলো কথা বিতংকৈ বৰ্ণাবলৈ হলে এখন মহাভাৰত হব। ৺গগৈদেৱৰ একান্ত অনুগামী আৰু সহকৰ্ম্মী স্বৰূপে তেওঁৰ অতি আদৰৰ অসম পলিটেকনিক্ ইন্স্‌টিটিউছনৰ বৰ্ত্তমান প্ৰধান শিক্ষক শ্ৰীনৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য বি. এ. দেৱে এই পুথিখনিত তেওঁৰ ছাত্ৰজীৱনৰ আৰু ৰাজনীতি, শিক্ষা, সমাজসেৱা আদিৰ ক্ষেত্ৰত তেওঁৰ বহুমূলীয়া অৱদানৰ এটি স্পষ্ট আভাস দিবলৈ যত্নৰ ক্ৰুটী কৰা নাই আৰু নিজৰ মাতৃভাষা নহলেও তেওঁ প্ৰাঞ্জল অসমীয়া ভাষাৰে অসমৰ এটি কৃতী সন্তানৰ জীৱনী

লিখি প্ৰকাশ কৰা যাবে তেওঁ সদৌ অসমবাসীৰে যে শলাগৰ পাত্ৰ তাক হুই কৰিবৰ সাধ্য নাই। গুণগ্ৰাহী সহৃদয় বিশেষকৈ উঠি অহা তৰুণ তৰুণী সকলৰ হাতত পুথিখনিয়ে সমুচিত আদৰ চেনেহ পাব বুলি মোৰ দৃঢ় বিশ্বাস।

৺গগৈদেৱৰ লগত আৰু ৺গগৈদেৱৰ নেতৃত্বতও ভালেমান ধ্বাজহুৱা কাৰ্য্যত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ সৌভাগ্য এই "চিনাকি" লিখকৰো হৈছিল। ৺গগৈদেৱ যেতিয়া স্কুলীয়া ছাত্ৰ; মাক বাপেকৰ তেতিয়া একমাত্ৰ সন্তান, তেওঁ আছিল আলাসৰ লাৰু। দেউতাক পুলিছ বিভাগৰ বিষয়া—সেই কালত সেই এটা ডাঙৰ খিতাপ বুলি গণ্য হৈছিল। ভোগ বিলাসত গগৈদেৱে নিজকে উটুৱাই দিলে। ৺গগৈদেৱৰ উদ্ধত প্ৰকৃতি দেখি বহুতেই তেওঁলৈ ভয়ৰ চকুৰে চাইছিল। এনেকুৱা পৰিবেশ, এনেকুৱা আবেষ্টনীৰ মাজত লালিত পালিত হৈও তেওঁৰ গাত তেতিয়াৰ পৰা নেতৃত্বৰ (Leadership) লক্ষণ স্পষ্টকৈ দেখা গৈছিল। সেই সময়ৰ শিৱসাগৰৰ স্কুলীয়া ছাত্ৰ আৰু চেমনীয়া ডেকাসকলে গগৈদেৱক নেতা বুলি মানি লৈ নাট্যাভিনয়, খেল ধেমালি, পৰৱ পাৰ্ব্বণ আদি সকলো কাৰ্য্য কৰিবলৈ ভাল পাইছিল আৰু যদিও তেওঁৰ ধুন-পেচৰ সীমা নাছিল, বহুমূলীয়া সাজপাৰ, উন্নত ধৰণৰ —বাইচাইকেল, আদিত তেওঁৰ অশেষ ৰাপ আছিল, তেওঁৰ ব্যক্তিত্বত এনেকুৱা এটা চুম্বকৰ নিচিনা আকৰ্ষণী শক্তি ( যাক ইংৰাজীত magnetic personality বোলে ) আছিল যে আমি গোটেই বাহ লৰাই তেওঁক আগভাগ দি আগশাৰীত বহুৱাই তেওঁৰ

নেতৃত্বত চলি নথৈ আনন্দ, আৰু অসীম উদগনি লাভ কৰিছিলো। গুৱাওক বা নুগুওৱাক কি "চন্দ্ৰহংস", কি "মেঘনাদ বধ", কি "মহৰি", কি "পাৰ্থপৰাজয়" সকলো ধৰণৰ নাটকৰ অভিনয়ত হেলাৰঙে ঘাই ভাও দিবলৈ ভাল পাইছিলো ৺ভুবন গগৈক। তাৰ বাবে কাৰো নুপজিছিল ঈৰ্ষা, হিংসা বা অসূয়াৰ ভাব।

যদিও আমাৰ ছাত্ৰ জীৱনত গুড়ু, কবদী, টাং গুটি, গেণ্ডা আদিৰ প্ৰচলন আছিল ৺গগৈদেৱে পাশ্চাত্য ধৰণৰ ফুটবল আদি খেলৰ গুৰি-ধৰোতা হৈ বাইজৰ ধাউতি বঢ়াই দিয়ে আৰু নিজেও জাকত জিলিকা খেলুৱৈ হৈ সুখ্যাতি অৰ্জ্জন কৰিলে। কলিকতাত ছেইণ্ট্ পল্‌ছ্ কলেজৰ ছাত্ৰ হৈ থাকোঁতেও ৺গগৈদেৱৰ সংগঠনী শক্তি, দেশসেৱা আৰু মানসিকৰ লগে লগে শাৰীৰিক উৎকৰ্ষ সাধনৰ স্পৃহাই সেই কলেজৰ অধ্যক্ষ আৰু ছাত্ৰ-সমাজৰ দৃষ্টি আকৰ্ষণ কৰিলে। জীৱনী বচোঁতাই কোৱাৰ দৰে তাৰ অধ্যক্ষৰ বাণীকে সাৰোগত কৰি তেওঁ পিছৰ জীৱনত কাৰ্য্যকৰী বহুমুখী শিক্ষা-প্ৰচাৰৰ ক্ষেত্ৰতে তেওঁৰ শক্তি-সামৰ্থ্য, মন-প্ৰাণ নিয়োজিত কৰিলে। গতিকে একে আষাৰতে কবলৈ হলে সেই অধ্যক্ষ গৰাকীয়েই ৺গগৈক দৰাচলতে আদৰ্শ পুৰুষ কৰিলে He made him what he became.

সকৰে পৰা ৺গগৈদেৱৰ এটি এক কুৰীয়া বা একগুয়া স্বভাৱ পৰিলক্ষিত হৈছিল। তেওঁ যি কৰো বোলে তাক কৰিবই, তেওঁ যি কয় তাৰ বিৰোধিতা কৰা ববকৈ নসহিছিল। এই

স্বভাবৰ বাবে তেওঁ বহুতৰ অপ্ৰিয় ভাজন হব লগা হৈছিল। কিন্তু ইয়েই তেওঁৰ কাৰণে ঈশ্বৰৰ ছদ্মবেশী আশীৰ্ব্বাদ (blessing in disguise) হল বুলিব পাৰি। কিয়নো এই একৰুৰীয়া স্বভাবৰ যহতেই তেওঁ যি এবাৰ সঙ্কল্প কৰিলে বৰ্ত্তমান যুগৰ উপযোগী কৰি নতুন ধৰণৰ শিক্ষা-পদ্ধতিৰ প্ৰৱৰ্ত্তন কৰি এটি "অসম পলিটেকনিক ইন্সটিটিউশ্যন" নামৰ এটি শিক্ষানুষ্ঠান খুলি আদৰ্শ নাগৰিক, আদৰ্শ ছাত্ৰ, আদৰ্শ মানুহ গঢ়ি তুলিব—সেই সঙ্কল্পৰ পৰা তেওঁৰ হেজাৰ আলৈ-আহুকাল, অভাৱ-অনাটন, বিপদ-বিঘিনি, অইন নালাগে তেওঁৰ পূজনীয় পিতৃদেৱতাৰ নিষেধ বাণীয়েও তেওঁক চুলি এদাল মানো লৰ-চৰ কৰিব নোৱাৰিলে। আজি যি বুনিয়াদী শিক্ষা, বহু-মুখী বিদ্যাৰ (mutipurpose school), কাৰ্য্যকৰী শিক্ষা ব্যৱস্থা আদিৰ বাবে দেশত এটা বিৰাট জাগৰণৰ ঢৌ উঠিছে, তাৰ পৰিকল্পনা ৺গগৈদেৱৰ মনত উদ্ভাৱিত হল প্ৰায় তুকুৰি বছৰৰ পূৰ্ব্বেই। এই শিক্ষানুষ্ঠানটিৰ বাবে তেওঁ হাড়ক মাটি, তেজক পানী কৰি যিমান খাটিব লগা হল, যুজিব লগা হল, স্বাৰ্থত্যাগ কৰিব লগা হল তাক এই জীৱনচৰিতৰ দ্বাৰাই তাক বঢ়িয়াকৈ উপলব্ধি কৰিব পাৰি। অসম পলিটেকনিক ইন্সটিটিউশ্যনেই ৺ভুবনচন্দ্ৰ গগৈদেৱৰ যাউতিযুগীয়া কীৰ্ত্তি স্তম্ভ, ইয়েই তেওঁৰ প্ৰকৃত জীৱনী। তেওঁৰ আত্মা চিৰদিন তাত প্ৰতিষ্ঠিত হৈ থাকিব।

যদিও ৺গগৈদেৱে এই অনুষ্ঠানটিৰ কামত সম্পূৰ্ণ ৰূপে আত্ম-নিয়োগ কৰিব লগা হৈছিল, স্বাধীনতা সংগ্ৰামৰ কাৰণে মহামানৱ-

মহাত্মা গান্ধীৰ পৰা যেতিয়া আহ্বান আহিল, তেওঁ হেলা ৰঙে সম্মুখ ৰণলৈ কাচি পাৰি ওলাল— অহিংসা মন্ত্ৰৰ অক্ষয় কবচ পিন্ধি। তেওঁ ভাবিলে বিদেশী শাসনৰ কবলৰ পৰা মুক্ত নহলে শিক্ষা-বিস্তাৰ, সমাজ-সংস্কাৰ, অৰ্থনৈতিক উন্নতি, সাংস্কৃতিক সাধনা একেবাৰে সম্ভৱপৰ নহয়। অসহযোগ আন্দোলনত তেওঁ শিৱসাগৰৰ আগৰন্থুৱা যুজাৰু হৈ ওলাল। জিলা কংগ্ৰেছৰ সভাপতিৰ বাব ললে—হাঁহিমুখে কাৰাবৰণ কৰিলে। কাৰাবাসৰ পৰা ওলাই আহি পুনৰ তেওঁৰ আদৰৰ অনুষ্ঠানটিক সুদৃঢ় ভেটিত থিয় কৰিবৰ কাৰণে লাগি গল। লগে লগে দেশৰ সেৱা সমাজ-সংস্কাৰ আদিতো তেওঁ যথেষ্ট মনোযোগ দিবলৈ ধৰিলে। মাজতে যদিও তেও কংগ্ৰেছৰ পৰা ফালৰি কাটি অসম "আহোম মহাসভাৰ" অন্তৰ্ভুক্ত হৈ পিছপৰি থকা আহোম সম্প্ৰদায়ৰ সৰ্ব্বাঙ্গীন উন্নতিকল্পে কেইবছৰমান অশেষ চেষ্টা কৰিলে, পুনৰ তেওঁ কংগ্ৰেছলৈ ঘূৰি আহিল আৰু জীৱনৰ শেষ মুহূৰ্ত্তলৈকে কংগ্ৰেছৰ গৌৰৱ মৰ্য্যাদা অক্ষুণ্ণ ৰাখিবৰ কাৰণে যত্নৰ ক্ৰুটী নকৰিলে, "ভাৰত ত্যাগ" আন্দোলনত আৰু স্বাধীনতাৰ শেষ যুদ্ধ সম্পৰ্কত অহা অসমৰ মন্ত্ৰী, নেতৃস্থানীয় লোক সকলোৰে কাৰণে ৺ভুৱনগগৈদেৱৰ শিক্ষা-প্ৰতিষ্ঠানেই হল জিৰনিৰ থল, আলোচনাৰ কেন্দ্ৰ।

৺গগৈদেৱৰ বিষয়ে আৰু এষাৰ কথা উল্লেখ নকৰিলে এই চিনাকি অসম্পূৰ্ণ হব। তেওঁ সুন্দৰকৈ বুজিছিল যে এখন দেশৰ বা এটা জাতিৰ সৰ্ব্বাঙ্গীন উন্নতি সাধন কৰিবলৈ হলে শিক্ষা,

স্বাস্থ্য, সাহিত্য, সংস্কৃতি, নৃত্য-গীত, খেল-ধেমালি, ব্যৱসায়-বাণিজ্য এই সকলো ক্ষেত্ৰতে উন্নতিৰ আৱশ্যকতা। গতিকে এই সকলো বিষয়েই তেওঁৰ সক্ৰিয় সহানুভূতি আৰু সহযোগিতা থকা আমি দেখিবলৈ পাইছিলোঁ।

তেওঁৰ স্কুলৰ ছাত্ৰসকলে অভিনয় আদি কৰিলে আমাকো তালৈ মাতি-মেলি আনে আৰু ভগ্ন স্বাস্থ্যৰেই আদিৰ পৰা অন্তলৈকে থাকি ভাৱৰীয়াসকলক উৎসাহিত কৰে। তেওঁ যদিও সঙ্গীতজ্ঞ নাছিল, তেওঁ আছিল সঙ্গীত-প্ৰিয়। তেওঁ স্কুলত সঙ্গীতশিক্ষাৰ ব্যৱস্থা অনুষ্টুপীয়াকৈ কৰি তাত সন্তুষ্ট নহৈ বাহুল্য আৰু নিয়মিত ভাবে সঙ্গীত বিভাগ এটি খোলাৰ বিষয়ে এই "চিনাকি" লিখকৰ লগত ৺গগৈদেৱে সততেই আলোচনা কৰিছিল। কিন্তু দুৰাৰোগ্য ব্যাধিয়েই তেওঁৰ সেই আশা সম্পূৰ্ণৰূপে পূৰণ কৰিবলৈ নিদিলে। কেৱল মাত্ৰ কেইজনমান ছাত্ৰক সঙ্গীতশিক্ষকৰ অধীনত সঙ্গীত শিক্ষাৰ সুযোগ দিছিল।

অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতি ৺গগৈদেৱৰ অনুৰাগ আছিল অসীম। ৺নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ পৌৰোহিত্যত পতা অসম সাহিত্য সভাৰ শিৱসাগৰীয়া অধিবেশনত (যত সাহিত্যৰথী ৺বেজবৰুৱাক মানপত্ৰ প্ৰদান কৰা হয়) অভ্যৰ্থনা সমিতিৰ সভাপতি স্বৰূপে ৺গগৈদেৱে পাঠ কৰা অভিভাষণে সুন্দৰকৈ প্ৰমাণ কৰে যে ৺গগৈদেৱ সাহিত্যিক নহলেও সাহিত্যানুৰাগী আৰু স্বদেশপ্ৰেমিক।

৺ভুবনচন্দ্ৰ গগৈদেৱে সংসাৰত তেওঁ অসমাপ্ত কাম সমাপ্ত

কৰিবলৈ থৈ গৈছে, তেওঁৰ অতি চেনেহৰ একমাত্র সুযোগ্য পুত্র নীৰৱ কৰ্ম্মী শ্ৰীমান অজিৎচন্দ্ৰ গগৈ বি, এ বোপাক আৰু জনদিয়েক দেশহিতৈষী শিক্ষাব্রতী কৃতী লোকক।

আশা কৰোঁ ৺গগৈদেৱৰ নিচিনা কৰ্ম্মবীৰৰ জীৱন কাহিনী দেশৰ আশা ভৰসাৰ থল ছাত্র-ছাত্রী-ডেকা গাভৰু সকলৰ কৰ্ত্তব্য-পথৰ আপুৰুগীয়া সম্বল হব।

শেষত সেই কৰ্ম্মযোগীৰ পবিত্র স্মৃতিৰ উদ্দেশ্যে শিৰ দোৱাই কওঁ—

আছা তুমি প্রাণ বিনে জীৱন প্রদানি,
অবুজন আমি মাথোঁ টোকোঁ চকু পানী।

*শ্ৰীপদ্মধৰ চলিহা।*
এম. এ. বি. এল.

# যোৱনি চ'ৰা

যি দেশত যিমান দিন বীৰৰ পূজা প্ৰচলিত থাকে, সিমান দিন সেই দেশত সেই জাতিয়ে নিজক প্ৰগতিৰ পথত আগুৱাই নিবলৈ প্ৰয়াস লাভ কৰে। আকৌ সেইদৰে যি জাতিয়ে বীৰৰ পূজা কৰিব নেজানে সেই জাতি পৃথিবীত উন্নত হব নোৱাৰে, জগত-বৰেণ্য হব নোৱাৰে। অসম দেশ বীৰৰ দেশ; আহোম জাতি বীৰৰ জাতি। "বীৰভোগ্যা বসুন্ধৰা", বীৰ আহোম-সকলে, অসম জয় কৰি, অসীম বীৰত্বৰে ইয়াতে প্ৰায় ৬০০শ বছৰ কাল ৰাজত্ব কৰিলে। কিন্তু কালৰ চকৰিত সেই বীৰ জাতিৰো পতন হল। সেই বুলি অসম-মাতৃ বীৰশূন্যা হৈ যোৱা নাই আৰু কেতিয়াও হব নোৱাৰে। সৌ সিদিনা এই অসমতে জন্ম লাভ কৰিছিল মহাবীৰ লাচিত বৰফুকন, মহাপ্ৰাণ কুশল কোঁৱৰ, দেশভক্ত তৰুণ ফুকন, কৰ্ম্মবীৰ নবীন বৰদলৈ, লোকপ্ৰিয় গোপীনাথ বৰদলৈ আৰু সাহিত্যৰথী— লক্ষ্মীনাথ বেজ-বৰুৱা আদি।

এই সকলৰ ভিতৰত আমাৰ একনিষ্ঠ কৰ্ম্মবীৰ, শিক্ষাব্ৰতী ৺ভুবনচন্দ্ৰ গগৈদেৱো এজন। তেখেতৰ বীৰত্ব আমি বৰ্ণ-

ক্ষেত্রত দেখা নাই—দেখিছো, শিক্ষাৰ ক্ষেত্রত, দেখিছোঁ মানৱতাৰ ক্ষেত্রত, দেখিছোঁ সমাজৰ কাৰণে, দেশৰ কাৰণে তিল তিলকৈ প্ৰাণ দিবলৈ আগবঢ়া জীৱন যুদ্ধত।

স্বামী বিবেকানন্দই কোৱা, "জন্মেছিস্ ত একটা দাগ ৰেখে যা" কথাষাৰ তেখেতৰ জীৱনত সম্পূৰ্ণ ভাবে খাটে। তেখেতে শিক্ষাৰ ক্ষেত্রত যি চিন্ ৰাখি গৈছে তাক কোনোৱে মচিব নোৱাৰে। তেখেতৰ কৰ্ম্মজীৱনৰ সঙ্গী হিচাপে মই কব পাৰোঁ যে ১৯১৮ চনতে তেখেতে যি নৱ পদ্ধতিৰ শিক্ষা-আঁচনি—নিৰ্ভীক ভাৱে দাঙি ধৰি, তাক কাৰ্য্যত পৰিণত কৰিবলৈ চেষ্টা কৰিছিল, তেখেতৰ সেই আঁচনিৰেই ৰূপ, আজি মহামানৱ মহাত্মা গান্ধীৰ বুনিয়াদীৰ শিক্ষাত (Basic Education) দেখিবলৈ পাওঁ। আৰু সেইটোৱেই আজি-কালিৰ জনপ্রিয় চৰকাৰৰ প্রচাৰিত বহুমুখী শিক্ষা। তেখেতে ১৯১৮ চনতে যি কাৰিকৰী (technical education) শিক্ষাৰ প্রচাৰ কৰিছিল, আজিহে চৰকাৰে আৰু জনসাধাৰণে তাৰ আৱশ্যকতা উপলব্ধি কৰিব পাৰিছে। তেখেতে পৰিশ্ৰমৰ মৰ্য্যাদাৰ (dignity of labour) যি আদৰ্শ দাঙি ধৰিছিল তাক সামাজিক আৰু অৰ্থনৈতিক সমস্যাৰ তাড়নাত পৰি, এতিয়াহে দেশবাসীয়ে গ্ৰহণ কৰিবলৈ বাধ্য হৈছে। তেখেতৰ শিক্ষাৰ লগে লগে উপাৰ্জ্জনৰ নীতিৰ (Earning while learning) প্রয়োজনীয়তা আজিহে জনসাধাৰণে অনুভৱ কৰিছে। তেখেতে কামেই পূজা (work is worship)

বুলি যি মন্ত্ৰ ৰাইজক দি গৈছে সেইটোৱেই গীতাৰ "কৰ্ম্মই ধৰ্ম্ম" বা সাধনা জগতৰ "কৰ্ম্মযোগ"।

তেখেতে জাতিৰ অনুকূল অৱস্থা অধ্যয়ন কৰি যি দূৰ-দৰ্শিতাৰে সৈতে দেশত নৱ শিক্ষা-পদ্ধতিৰ আঁচনি দাঙি ধৰিছিল, সি সচাঁকৈয়ে অতুলনীয় আৰু তাৰ বাবে দেশবাসী তেখেতৰ ওচৰত চিৰ-কৃতজ্ঞ।

তেখেতৰ সেই মহান্ আদৰ্শকে স্মুৰঁৰি, লিখকে তেখেতৰ জীৱন-সম্বন্ধে এই পুথিত কিছু আলোচনা কৰিবলৈ যত্ন কৰিছে। কিন্তু তাত কিমান দূৰ কৃতকাৰ্য্যতা লাভ কৰিছে লিখকে নিজে কব নোৱাৰে। তথাপিও তেখেতৰ সেই মহান্ আদৰ্শ, কৰ্ম্মপ্ৰেৰণা আৰু অপৰিসীম স্বাৰ্থত্যাগে অসমৰ তথা ভাৰতৰ জনসাধাৰণক অলপ মাথোন অনুপ্ৰেৰণা যোগালে লিখকৰ পৰিশ্ৰমে সাৰ্থকতা লাভ কৰিছে বুলি ভাবিব। ইতি—

*লিখক*

# কৰ্ম্মযোগী ভুবন গগৈ

—:**:—

## "বাল্যজীৱন আৰু পিতৃ পৰিচয়"

১৮৮৯ চনৰ ১১ মাৰ্চৰ দিনা ( ১৮১১ শকৰ ৪ ফাগুনৰ ) শিৱসাগৰ মহকুমাৰ হাহঁচৰা মৌজাৰ চেতিয়া গাৱঁত ৺ভুৱনচন্দ্ৰ গগৈদেৱৰ জন্ম হয়। তেখেতৰ পিতৃৰ নাম আছিল ৺ফটিকচন্দ্ৰ গগৈ আৰু মাতৃৰ নাম আছিল ৺কনকেশ্বৰী গগৈ।

তেখেতৰ পিতৃ ৺ফটিকচন্দ্ৰ গগৈদেৱে পুলিচ ইন্সপেক্টৰ পদৰ পৰা পেঞ্চন লাভ কৰি, প্ৰায় ৩৬ বছৰ কাল তাক ভোগ কৰিছিল। তেখেতে ইংৰাজী স্কুলত তিনি বছৰ পঢ়িয়েই সাধাৰণ কনিষ্টবলৰ চাকৰিত সোমায়। পিছে তেখেতে নিজ কৰ্ম্ম-পাৰদৰ্শিতা, নিৰ্ভীকতা, কৰ্ত্তব্যপৰায়ণতা আৰু তেজস্বিতাৰ গুণত ইন্সপেক্টৰ পদলৈকে উধাইছিল। তেখেতৰ স্বদেশ-প্ৰেমৰ উজ্জ্বল দৃষ্টান্ত দেখা গৈছিল ১৯০৫ চনত বঙ্গদেশত হোৱা স্বদেশী আন্দোলনৰ সময়ত। তেখেতক্ প্ৰমোচনৰ লোভ দেখুৱাই গভৰ্ণমেণ্টে বৰিশাললৈ যাবলৈ আদেশ দিয়ে। কিন্তু

তেখেতে তেনে প্ৰমোচন অগ্ৰাহ্য কৰি, উত্তৰ দিছিল—"স্বদেশ উদ্ধাৰ কৰিবলৈ যি সকলে আন্দোলন চলাইছে সেই সকলক গুলিয়াই মাৰিবলৈ, মই প্ৰাণ থাকোতে নাযাওঁ।" তাৰ ফল স্বৰূপে তেখেতে প্ৰমোচন হেৰুৱালে। তথাপিও তেখেতে মনত কোনো বেজাৰ নাপালে। তেখেতৰ এনে স্বদেশ প্ৰেমৰ নিদৰ্শনেই, তেখেতৰ সুযোগ্য পুত্ৰ ৺ভুবনচন্দ্ৰ গগৈদেৱৰ জীৱনত স্বদেশ-প্ৰেমৰ ইন্ধন যোগাইছিল।

৺ভুৱনচন্দ্ৰ গগৈদেৱে জন্ম গ্ৰহণ কৰিবৰ সময়ত অসমীয়া ৰাইজৰ মানসিক বৃত্তি একেবাৰে সাধাৰণ খাপৰ আছিল। বিশেষকৈ ইংৰাজ সকলে, মানৰ অত্যাচাৰৰ পৰা অসমক ৰক্ষা কৰিছিল বুলিয়েই, তেওঁ লোকৰ ওচৰত অসমীয়া ৰাইজে কৃতজ্ঞতাৰ ভাব পোষণ কৰিছিল আৰু মনে-প্ৰাণে তেওঁলোকৰ গুণ গাইছিল। ইংৰাজৰ পৰা যে দেশ উদ্ধাৰ কৰিব লাগিব এই কথা—প্ৰাতঃস্মৰণীয় মণিৰাম দেৱান; আৰু পিয়লী ফুকনৰ নিচিনা জনদিয়েকৰ বাহিৰে জনসাধাৰণে সপোনতো ভৱা নাছিল। ৰাজকৰ্ম্মচাৰী সকলেতো সেই কথা ভাবিবই নোৱাৰে কিন্তু আমাৰ ৺ফটিকচন্দ্ৰ গগৈ দেৱে ৰাজকৰ্ম্মচাৰী হৈও মনে-প্ৰাণে স্বদেশ-উদ্ধাৰৰ কথা চিন্তিছিল, স্বাধীনতাৰ মোল বুজিছিল। তেখেতৰ এনে মনোবৃত্তিৰ ফল-স্বৰূপে, আমি আমাৰ মাজত পালোঁ, তেখেতৰ সুযোগ্য পুত্ৰ একনিষ্ঠ দেশসেৱক ৺ভুৱনচন্দ্ৰ গগৈ দেৱক।

৺গগৈদেৱে সোনৰ চৰু মুৰত লৈ জন্মগ্ৰহণ কৰিছিল বুলি

কৰ পাৰি। যি-হেতু সেই-কালত তেখেতৰ পিতৃ আছিল পুলিচ ইন্সপেক্টৰ, আৰু তেখেত আছিল পিতৃৰ একমাত্র স্নেহৰ সন্তান। শৈশৱত পাব-লগা সকলো সুবিধাকে তেখেতে লাভ কৰিছিল। তেখেতৰ পিতৃয়ে চাকৰিৰ কাৰণে বিভিন্ন ঠাইলৈ বদলি হব লগা হোৱাত, গৈগৈ দেৱেও শৈশৱত বিভিন্ন ঠাই দেখাৰ আৰু উচ্চ কৰ্ম্মচাৰী, উচ্চ সমাজৰ মাজত থকাৰ সুবিধা পাইছিল। এই পাৰিপাৰ্শ্বিকতাই অজ্ঞাতে তেখেতৰ জীৱনত এটা পশ্চিমীয়া আভিজাত্য জীৱনৰ ছাপ দিছিল আৰু ইয়ে স্কুলীয়া জীৱনত পৰিস্ফুট্ হৈছিলগৈ।

তেখেতে পিতৃৰ লগত নানান্ ঠাইত ঘুৰি ফুৰিব লগা হোৱাত, শৈশৱ কালত কোনো নিৰ্দ্দিষ্ট নিম্ন প্ৰাইমেৰী স্কুলত পঢ়া নাছিল। ঘৰতেই তেখেতক প্ৰাইমেৰী স্কুলৰ শিক্ষাৰ লগতে অলপ ইংৰাজীৰ শিক্ষাও দিয়া হৈছিল। তেখেতৰ প্ৰকৃত স্কুলীয়া জীৱন পঞ্চম মানৰ (ক্লাচ V) পৰাহে আৰম্ভ হৈছিল।

---

# স্কুলীয় জীৱন

৺গগৈদেৱৰ পিতৃয়ে শিৱসাগৰত নিগাজীকৈ কেইবা বছৰো থাকিব লগা হোৱাত, ১৯০৫ চনত তেখেতক শিৱসাগৰৰ বেজবৰুৱা স্কুলৰ পঞ্চমমান শ্ৰেণীত ( ক্লাছ V ) নাম লগাই দিয়া হয়। তাতে তেখেতে নৱম শ্ৰেণী ( ক্লাছ IX ) লৈকে পঢ়ে। সেই সময়ত বেজবৰুৱা স্কুলৰ অৱস্থা একেবাৰে সোপাঢ়িলা বিধৰ আছিল। স্কুলৰ বা শিক্ষাৰ এনে সোপাঢ়িলা অৱস্থা আৰু বন্ধুসকলৰ মুকলি মূৰীয়া আৱহাওৱাই, বয়সৰ লগে লগে তেখেতৰ শৈশৱ কালৰে পৰা সুপ্ত হৈ থকা পশ্চিমীয়া আভিজাত্য জীৱনৰ পাতনি মেলিলে। ৺গগৈদেৱে পঢ়াত কৈ খেল ধেমালিত বেছিকৈ মত্ত হবলৈ ধৰিলে। পশ্চিমীয়া সাজ-পাৰ কোট, পেণ্ট নেকটাই আদি পৰিধান কৰি তেখেতে ভেমত ওফন্দি ফুৰিছিল। দিনটোত কেবা বাৰো সাজ পোছাক সলনি কৰিছিল। তেখেতে কলিকতাৰ "হোৱাইটবে লেইডলো" নামৰ বিখ্যাত কোম্পানীৰ পৰাহে তেখেতৰ অতি মূল্যৱান পোছাক কিনিছিল আৰু জোতা কিনিছিল "চোটাৰ এণ্ড কোঃ"ৰ পৰা। ৺গগৈদেৱে চাহাবী আদৰ্শৰে গুপুতে গুপুতে মদ মাংসতো হাত দিছিল। তেখেতৰ কথা বতৰাত ফিটাহি মৰা





স্বভাৱ এটাও আছিল। তেখেতৰ এনে কিছুমান উদ্ভগুালি আছিল যে তেখেতৰ সহপাঠী আৰু আন আন বন্ধু সকলেও তেখেতলৈ ভয় কৰিছিল আৰু সকলোৱে "চাহাব" বুলিহে সম্বোধন কৰিছিল।

কিন্তু কোনে ভাবিব পাৰিছিল যে, এনে এজন বিলাসী ছাত্ৰই উত্তৰকালত জীৱনৰ সকলো জলাঞ্জলি দি নৱ শিক্ষা-পদ্ধতি প্ৰচাৰৰ ব্ৰতত ব্ৰতী হৈ, আজীৱন দেশৰ আৰু জাতিৰ সেৱাত কটাই জাতিৰ শ্ৰদ্ধাভাজন হব।

বেজবৰুৱা স্কুলৰ নবম মানৰ পৰাই ১৯০৯ চনতে গগৈদেৱে স্কুল এৰে। তেখেতৰ লগতে তেখেতৰ নলে-গলে লগা বন্ধু শ্ৰীযুত হিমধৰ বৰুৱা দেৱকে আদি কৰি কেইবাজনো ছাত্ৰই স্কুল এৰিছিল। কিন্তু শ্ৰীযুত বৰুৱাদেৱে ৺কৰুণাকান্ত দাসগুপ্তৰ (সেই সময়ৰ শিৱসাগৰৰ গভৰ্ণমেণ্ট হাই স্কুলৰ হেডমাষ্টৰ) যত্নত, প্ৰাইভেট ছাত্ৰ হিচাপে ১৯১০ চনত প্ৰবেশিকা পৰীক্ষা পাছ কৰি, গুৱাহাটী কটন কলেজত ভৰ্তি হয়। বৰুৱাদেৱৰ এনে কৃতকাৰ্য্যতাই গগৈদেৱৰ জীৱনলৈ নতুন প্ৰেৰণা আনিলে। তেখেতে সকলো ত্যাগ কৰি পঢ়াত দেহে-কেহে লাগি গ'ল আৰু ১৯১১ চনত প্ৰবেশিকা পৰীক্ষা পাছ কৰিলে। এই একে বছৰৰ ভিতৰত তেখেতৰ জীবনত আমূল পৰিবৰ্ত্তন ঘটে। বিলাসিতা আৰু উদ্ভগুালিৰ পৰা তেখেতে সম্পূৰ্ণভাবে আতঁৰ হোৱা দেখি আটায়ে বিস্ময় মানিছিল।

# কলেজ জীৱন

৺গগৈদেৱে কলেজীয়া জীৱনত পঢ়াত বিশেষ পাৰদৰ্শিতা দেখুৱাব পৰা নাছিল যদিও, পৈনত খেলুৱৈ হিচাপেই সকলোৰে ওচৰত জনপ্ৰিয়তা অৰ্জ্জন কৰিছিল। তেখেতে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯১১ চনত গুৱাহাটী কটন কলেজত আই, এ শ্ৰেণীত ভৰ্ত্তি হয়। তেখেতে সাধাৰণ ছাত্ৰৰ দৰেই হোষ্টেলত থাকি পঢ়া-শুনা কৰে। সেই সময়ৰ তেখেতৰ সহপাঠি আছিল শ্ৰীযুত ৰাধানাথ গগৈ আৰু তেখেতৰ পৰা গগৈদেৱে কৰ্ম্ম-জীৱনত পোনতেই কিছু সহায় পাইছিল।

খেল-ধেমালিৰ মাজেদি গুৱাহাটী বাইজৰ জনপ্ৰিয়তা লাভ কৰিও তেখেতে ১৯১২ চনত আই, এ, পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাত বি, এ, পঢ়িবলৈ যায়। তেখেতে কলিকতাৰ ছেণ্ট প'লছ কেথিড্ৰেল কলেজত (St Paul Cathedral College) নাম লগায়। সেই সময়ত সকলোৰে পক্ষে কলিকতাত পঢ়াটো সম্ভৱপৰ নাছিল। যাৰ সামৰ্থ্য আছিল সিও যাবলৈ সঙ্কোচ কৰিছিল আৰু বহুত অভিভাৱকেও নপঠিয়াইছিল। কিন্তু ৺গগৈদেৱৰ পিতৃয়ে, তেখেতক সকলো প্ৰকাৰৰ সহায়েৰে কলিকতালৈ যোৱাত উৎসাহ দিছিল।

গুৱাহাটীত থাকোঁতে যেনে দৰে পঢ়াতকৈ খেলত ৺গগৈ-

দেৱে মন দিছিল, কলিকতালৈ গৈয়ো তেখেতে খেলত আৰু বেছিকৈ মন দিবলৈ ধৰিলে। কেইদিন মানৰ ভিতৰতে কলিকতা হেন মহানগৰীতো পৈনত খেলুৱৈ হিচাপে তেখেতৰ জনপ্ৰিয়তা বাঢ়ি আহিল। কলিকতাৰ বিখ্যাত খেলুৱৈ সকলো ৺গগৈদেৱৰ খেলাৰ পাৰ্গতালিত মুগ্ধ হল। প্ৰসিদ্ধ মোহনবাগান দলে তেখেতক দলৰ ১১ জনৰ এজন হিচাপেই সুমুৱাই লৈ তেখেতক্ ৰক্ষক (Back) হিচাপেই খেলাৰ সুবিধা দিলে। ৺গগৈদেৱে মোহনবাগান দলৰ খেলুৱৈ হিচাপে ভাৰতৰ বিভিন্ন ঠাইত খেলিছিল, আৰু এই সুবিধাতে তেখেতে ভাৰতৰ বিভিন্ন ঠাইত ফুৰাৰ সুবিধা আদায় কৰিছিল। এইদৰেই ৺গগৈদেৱে ছাত্ৰ অৱস্থাতেই অসমৰ নাম ভাৰতৰ নানান্ ঠাইত প্ৰচাৰ কৰিছিল।

৺গগৈদেৱে খেলাধূলাতে সততে মত্ত থাকি, পঢ়াত একেবাৰে অৱহেলা কৰিছিল যদিও, তেখেতৰ চৰিত্ৰত অন্য কিছুমান সদ্‌গুণ পৰিস্ফুট হোৱা, অধ্যাপক্ সকলে দেখা পাইছিল। তেখেতে ইংৰাজ সকলৰ সাজ-পোছাকৰ অনুকৰণৰ লগে লগে, কৰ্ত্তব্যপৰায়ণতা, শৃঙ্খলা, নিয়মানুৱৰ্ত্তিতা আদি সদ্‌গুণ বিলাকো আহৰণ কৰিছিল। সেয়েহে তেখেতে ইংৰাজ অধ্যাপক্ সকলৰ অতি প্ৰিয়পাত্ৰ হৈ পৰিছিল। ছেণ্ট প'লছ কেথেড্ৰেল কলেজৰ অধ্যক্ষ ডাঃ হুলেণ্ড চাহাবে তেখেতক বৰ ভাল পাইছিল। এদিন তেখেতে ৺গগৈদেৱক মাতি নি অসমৰ বিষয়ে ভালেমান প্ৰশ্ন কৰে। ৺গগৈদেৱৰ প্ৰশ্নৰ উত্তৰৰ মাজেদি হুলেণ্ড চাহাবে অসমৰ শিক্ষা-দীক্ষা, বেহা-বেপাৰ আদিত পাছ পৰা বুলি

জানিব পাৰি ৺গগৈদেৱে পিন্ধা ধুতিখন ক'ত তৈয়াৰী বুলি প্ৰশ্ন কৰিলে। তেখেতে বিদেশত তৈয়াৰী বুলি কোৱাত ডাঃ হলেণ্ড চাহাব আৰু আচৰিত হল। গতিকেই তেখেতে ৺গগৈদেৱক অসমৰ শিক্ষিত ডেকা বিলাকৰ উদ্দেশ্য, আৰু কাৰবাৰ সম্বন্ধে প্ৰশ্ন কৰে। ৺গগৈদেৱে অসমৰ শিক্ষিত ডেকা সকলৰ এক মাত্ৰ উদ্দেশ্য চাকৰি কৰাটোৱেই বুলি লজ্জিত হৈ উত্তৰ দিছিল। এই ক্ষেত্ৰত ডাঃ হলেণ্ড চাহাবে কৈছিল—The progress and prosperity of a country entirely depend upon the character of her people. Service cannot give character, but it is trade that developes character, and so the more a country flourishes in trade and commerce the more the character of her children develops; service—certainly deteriorates the character of a nation ....(From the report of late B. C. Gogoi which was read at a public meeting held in 1933-34)

ইয়াৰ সাৰমৰ্ম্ম হৈছে যে "এখন দেশৰ সৰ্ব্বাঙ্গীণ উন্নতি নিৰ্ভৰ কৰে সেই দেশৰ মানুহৰ চৰিত্ৰৰ ওপৰত। চাকৰিয়ে মানুহক সজ স্বভাৱ দিব নোৱাৰে। কাৰবাৰ বেহা-বেপাৰেহে মানুহৰ স্বভাৱ চৰিত্ৰৰ গঢ় দিব পাৰে। যি দেশৰ বেহা-বেপাৰ কাৰবাৰ আদি বেছি সেই দেশত মানুহৰ লৰা-ছোৱালীৰ স্বভাৱ চৰিত্ৰও ওখ ধৰণৰ। চাকৰিয়ে এটা জাতিক তললৈহে নিয়ে।"

এই জনেই আছিল ৺গগৈদেৱেৰ জীৱনক গঢ় দিওতা প্ৰথম মনীষী। তেখেতৰ এই মহাবাণীয়ে ৺গগৈদেৱৰ জীৱনক এক নতুন পথৰ সন্ধান দিলে। ৺গগৈদেৱে ডাঃ হলেণ্ড চাহাবৰ উপদেশৰ সাৰমৰ্ম্ম অন্তৰেৰে সৈতে উপলব্ধি কৰিলে। আৰু জীৱনত তাক কাৰ্য্যত পৰিণত কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হল।

সেই সময়ত তেখেত বি, এ, শ্ৰেণীৰ ছাত্ৰ আছিল। কিন্তু তেখেতৰ বিশ্ৱৱিত্বালয়ৰ ডিগ্ৰী লোৱাৰ সৌভাগ্য নঘটিল। অৱশ্যে তেখেতে বিশ্ববিত্বালয়ৰ ডিগ্ৰী নেপালে যদিও, ডাঃ হলেণ্ড চাহাবে কোৱা—"Your duty is only to serve and sacrifice for your nation and country." ইয়াৰ অৰ্থ এই যে "দেশ আৰু জাতিৰ কাৰণে ত্যাগ আৰু সেৱাই তোমাৰ একমাত্ৰ কৰ্ত্তব্য।" এই কথাষাৰ বুকুত সাৱটি লৈ ১৯১৪ চনত নিজ মাতৃভূমি, অসমলৈ উভতিল। লগে লগে সিমানতে ছাত্ৰ জীৱনৰ সামৰণি পেলালে। মাতৃভূমিত কৰ্ম্ম জীৱনৰ পাতনি মেলিলে। ফল স্বৰূপে আমি তেখেতৰ অনুপম দান "অসম—পলিটেকনিক্ ৰেছিডেনছিয়েল ইনষ্টিটিউছন (The Assam Polytechnic Residential Institution) খনি লাভ কৰিলোঁ।

# গৃহস্থ জীৱন

৺গগৈদেৱৰ আই, এ, পাছ কৰাৰ লগে লগেই ১৯১২ চনৰ ৮ জেঠৰ দিনা বিবাহ হয়। বোধ হয় ৺গগৈদেৱৰ পিতৃয়ে, তেখেতক বিবাহ ভোলেৰে মেৰাই-মানসিক পৰিবৰ্ত্তন ঘটাবলৈকে ইমান সোনকালে পঢ়া অৱস্থাতে বিয়া কৰাই দিলে। অৱশ্যে তেখেতৰ এই বিবাহিত জীৱনে, জীবনলৈ কিছু পৰিবৰ্ত্তন আনিছিল যদিও, তেখেতে বিবাহিত জীৱনত দুখৰ বাহিৰে সুখৰ মুখ দেখা নাপালে। তেখেতৰ প্ৰথম আৰু দ্বিতীয় দুয়োটি সন্তানেই একে লেঠাৰিয়ে জন্ম লোৱাৰ মাত্ৰ কেইদিন মানৰ পাচতে মাক-বাপেকক অশেষ বেজাৰত ডুবাই মৃত্যু বৰণ কৰে। তেখেতৰ তৃতীয় সুযোগ্য সন্তান শ্ৰীযুত অজিতচন্দ্ৰ গগৈয়ে (বৰ্ত্তমান স্কুলৰ মেনেজাৰ) ভগৱানৰ অশেষ কৰুণাত এতিয়ালৈকে তেখেতৰ অমৰ স্মৃতিসৌধ ৰক্ষা কৰি আছে। তেখেতৰ চতুৰ্থ সন্তান আছিল—এটি ছোৱালী। কিন্তু এই ছোৱালী সন্তানৰ মধুৰ হাঁহিৰ অমিয়া ভোগ কৰাৰ ভাগ্য ৺গগৈদেৱৰ জীৱনত নঘটিল। ছোৱালীটিয়ে পৃথিবীত ভৰি দিয়াৰ মাত্ৰ তিনি দিনৰ পাছতেই, ৺গগৈদেৱৰ অন্তৰত নিষ্ঠুৰ আঘাত দি বিদায় মাগিলে। লগতে ৺গগৈদেৱৰ প্ৰাণপ্ৰিয়া পত্নী ৺সৰু আইদেউ

১৯১৮ চনত উক্ত সন্তানত প্ৰসৱবেদনাতেই ইহলীলা সম্বৰণ কৰে। ৺গগৈদেৱৰ চেনেহৰ সন্তান আৰু সহধৰ্ম্মিনীৰ এনে আকস্মিক মৃত্যুয়ে তেখেতক একেবাৰে শোকত অভিভূত কৰি তুলিলে। তেখেতে সাংসাৰিক জীৱনৰ মোহ একেবাৰেই হেৰুৱাই পেলালে, আৰু জীৱনৰ গতি সলাবলৈ দৃঢ়প্ৰতিজ্ঞ হল। তেখেতক পুনৰ বিবাহ কৰাবৰ বাবে বহুতে খাটিছিল যদিও, তেখেতে আৰু তেনে কৰিবলৈ মন নেমেলিলে। এই সময়ৰ পৰাই ৺গগৈদেৱে সাংসাৰিক জীৱনৰ মোহ চিঙি, দেশ আৰু সমাজৰ কামতে জীৱন অতিবাহিত কৰিবলৈ দৃঢ়-সঙ্কল্প হয়।

# কৰ্ম্ম জীৱন

৺গগৈদেৱে কলেজ এৰি অহাৰ লগে লগেই তেখেতৰ পিতৃয়ে তেখেতক চৰকাৰী কামত ভৰ্ত্তি হবৰ বাবে উপদেশ দিলে। কিন্তু স্বাধীন চিতীয়া ৺গগৈদেৱে, তেখেতৰ পিতৃৰ আদেশতকৈ অধ্যক্ষ ডাঃ হলেণ্ড চাহাবৰ উপদেশত বেছি গুৰুত্ব আৰোপ কৰিছিল। ৺গগৈদেৱে ডাঃ হলেণ্ড চাহাবৰ উপদেশত মুগ্ধ হৈ কলেজীয়া জীৱনতে চৰকাৰী চাকৰি নকৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হয়। আন হাতে পিতৃ আদেশ পেলাব নোৱাৰি তেখেতে চাকৰি সম্বন্ধে নানান অজুহাত দেখুৱালে। তেখেতৰ পিতৃয়ে এই ক্ষেত্ৰত অশেষ বেজাৰ পালে, আৰু তেখেতক কিছু কটু কথাও কলে। আনকি তেখেতক জেপ খৰচ আদিও নিদিয়া হল। তথাপিও ৺গগৈদেৱে মনলৈ কোনো হতাশৰ ভাৱ নানিলে।

তেখেতে নিজে চলিবৰ বাবে যৎসমান্য জেপ খৰচ লৈ শিৱসাগৰ বে-চৰকাৰী বেজবৰুৱা হাইস্কুলত প্ৰায় দুবছৰ কাল শিক্ষকতা কৰে। স্কুলৰ শিক্ষক হিচাপে তেখেতে স্কুলৰ ছাত্ৰ সকলৰ উন্নতিৰ হকে অশেষ পুৰুষাৰ্থ কৰিছিল আৰু ব্যক্তিগত ভাৱেও তেখেতে ছাত্ৰ সকলক সকলো সময়তে শিক্ষাৰ বিষয়ে

অনেক উপদেশ দিছিল। তেখেতৰ সেই শিক্ষাদানৰ প্ৰেৰণাত, অনুপ্ৰাণিত হোৱা, বৰ্ত্তমান শিৱসাগৰৰ বহু গণ্য-মান্য লোকে কৃতজ্ঞতাৰ সৈতে তেখেতৰ গুণৰ শলাগ লোৱা দেখিবলৈ পাওঁ। ইয়াৰ মাজেদিয়েই প্ৰকাশ পাইছিল, তেখেতৰ অন্তৰৰ শিক্ষা প্ৰচাৰৰ সম্বন্ধে থকা অসীম ধাউতি।

তেখেতে কেৱল বস্তু পাঠৰ নোটৰ শিক্ষাতে গুৰুত্ব দিয়া নাছিল। মানসিক উন্নতিৰ লগে লগে খেল ধেমালিৰ মাজেদি ছাত্ৰ সকলৰ শাৰীৰিক উন্নতি যাতে হব পাৰে তাৰ বাবেও তেখেতে অশেষ যত্ন কৰিছিল। নিজে খেল-পথাৰ তৈয়াৰ কৰি, ছাত্ৰ সকলৰ খেলত উদগনি দিছিল আৰু খেলুৱৈ হিচাপে নিজে খেলৰ আগ ভাগ লৈছিল। পাশ্চাত্য খেলুৱৈ সকলৰ আদৰ্শৰে ৺গগৈদেৱে যি খেলৰ প্ৰেৰণা (Spirit of Sportsmanship) লাভ কৰিছিল তাক যাতে সকলো ছাত্ৰই পাব পাৰে তাৰ বাবে তেখেতে অশেষ যত্ন কৰিছিল।

এই দৰেই ৺গগৈদেৱে ছাত্ৰ সকলৰ চৰিত্ৰ গঠনত সততে মনোযোগ দিছিল। কিন্তু তেখেতে এই সৎ প্ৰচেষ্টাৰ মাজেদি কেইদিন মানৰ ভিতৰতে যি অভিজ্ঞতা লাভ কৰিছিল, তাৰ মাজেদি তেখেতে বুজিব পাৰিছিল যে, নিজে কোনো নিৰ্দ্দিষ্ট নৱ অনুষ্ঠান খুলি ছাত্ৰ সকলক নতুন শিক্ষা পদ্ধতিৰে চৰিত্ৰ-গঠনত গঢ় দিব নোৱাৰিলে পৰৰ গোলামী শিক্ষাৰ পদ্ধতিৰে অন্য স্কুলত তেনে কৰিব পৰাটো সম্ভৱপৰ নহয়। গতিকেই তেখেতে ডাঃ হলেণ্ড চাহাবৰ অমৰ উপদেশ-বাণীক সুঁৱৰি নিজে

নৱপদ্ধতিৰ স্কুল খুলিবলৈ স্থিৰ কৰিলে। এই ক্ষেত্ৰত তেখেতৰ সহধৰ্ম্মিণীৰ অকালমৃত্যুৰ শোকাবহ ঘটনা আৰু পিতৃৰ লগত হোৱা মনোমালিন্যই ইন্ধন যোগালে।

তেখেতৰ যেনে ভাৱ তেনে আছিল কামত তৎপৰতা। তেখেতে অতি সোনকালেই নগৰৰ পৰা ১৮ মাইল দূৰত অৱস্থিত এখন গাঁৱত তেখেতৰ নৱকল্পিত অনুষ্ঠানৰ কাম আৰম্ভ কৰিলে। এই ক্ষেত্ৰত আমি ৺গগৈদেৱৰ কৰ্ম্মজীৱনত ইংৰাজীৰ "Great minds think alike" বোলা কথাষাৰৰ সত্যতাৰ উপলব্ধিত আচৰিত হওঁ।

বিশ্বকবি ৰবীন্দ্ৰনাথে যেতিয়া বৃটিছ চৰকাৰৰ প্ৰৱৰ্ত্তিত শিক্ষা পদ্ধতিৰ অসাৰতা হৃদয়ঙ্গম কৰি বিশ্বভাৰতী প্ৰতিষ্ঠা কৰিছিল, প্ৰায় ঠিক তেনে সময়তে ১৯১৮ চনত ভাৰতৰ পূৰ্ব্ব-প্ৰান্তত অৱস্থিত অসমৰ এচুকত বকতাত ৺গগৈদেৱে প্ৰতিষ্ঠা কৰে তেখেতৰ এই অসম পলিটেকনিক্ ইন্সটিটিউছন। বিশ্ব-কবি ৰবীন্দ্ৰনাথ ঠাকুৰে যেনেকৈ ডাঙৰ চহৰ আদিৰ প্ৰলোভন এৰি সামান্য এখন গাঁৱকে তেখেতৰ অসামান্য আদৰ্শ প্ৰতিষ্ঠানৰ কাৰণে উপযুক্ত ঠাই বুলি বাছি লৈছিল ঠিক তেনেকৈয়ে আমাৰ ৺গগৈদেৱেও, অসমৰ ডাঙৰ চহৰ এৰি নগৰৰ পৰা দূৰ প্ৰান্তত অৱস্থিত বকতা মৌজাৰ পাটসাকো নামৰ সৰু গাওঁ খনিকে তেখেতে নৱপদ্ধতিৰ শিক্ষা প্ৰতিষ্ঠানৰ কাৰণে উপযুক্ত ক্ষেত্ৰ হিচাপে বাছি লৈছিল। সেই দৰে বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে যেনেকৈ মাত্ৰ পাঁচোটি ছাত্ৰৰে তেখেতৰ বিশ্বভাৰতীৰ কাম

আৰম্ভ কৰিছিল ঠিক তেনেকৈয়ে ৺গগৈদেৱেও মাথোন পাঁচটি ছাত্ৰৰে সৈতে তেখেতৰ নৱপদ্ধতিৰ অনুষ্ঠানৰ কাম আৰম্ভ কৰে।

অনুষ্ঠানৰ নামাকৰণতো দুয়োৰ ক্ষেত্ৰতে সেই একে আদৰ্শকে দেখা পাওঁ। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে তেখেতৰ মহান আদৰ্শৰ অনুষ্ঠানটি এখনি সৰু গাঁৱৰ মাজত প্ৰতিষ্ঠা কৰিছিল যদিও, কোনো নিৰ্দ্দিষ্ট স্থানৰ নাম নিদি, যেনেকৈ তেখেতৰ অনুষ্ঠানৰ নামৰ আগত "বিশ্ব"ৰ নাম দি তেখেতৰ মহান্ আদৰ্শক আৰু ৰঞ্জিত কৰি তুলিছিল, সেই দৰে আমাৰ ৺গগৈদেৱেও তেখেতৰ অনুষ্ঠানক্ বিশেষ নিৰ্দ্দিষ্ট স্থান বা ব্যক্তিৰ নাম নিদি গোটেই "অসম" দেশৰ নামত অনুষ্ঠানৰ নামাকৰণ কৰি, তেখেতৰ মঙ্গল আদৰ্শক আৰু চৰাই দিছিল।

যিদিনা ৺গগৈদেৱে পিতৃৰ অকৃত্ৰিম স্নেহ আৰু মৰমৰ সহধৰ্ম্মিণীক হেৰুৱাই, ডাঃ হলেণ্ড চাহাবৰ সদুপদেশৰ অমৰ বাণীক বুকুত সাবটি লৈ তেখেতৰ নৱকল্পিত স্কুল প্ৰতিষ্ঠাৰ বাবে, ঘৰ এৰি যাবলৈ ওলাইছিল, সেই দিনা তেখেতৰ হাতত টকা-কড়ি অলপো নাছিল। তথাপিও তেখেতে মনলৈ কোনো হতাশৰ ভাব নানিলে। তেখেতৰ চুবুৰীয়া বন্ধু ৺ব্ৰজেন্দ্ৰনাথ বৰুৱাদেৱৰ পৰা মাত্ৰ দুটা টকাৰ সম্বল লৈ, এখন গৰুগাড়ীত বয়-বস্তু বোজাই দি কিন্‌কিনীয়া বৰষুণৰ মাজেদিয়েই ১৯১৮ চনৰ মে'ৰ মাহত, আগত অনন্ত উদ্দেশ্য লৈ বৰুতাৰ অভিমুখে যাত্ৰা কৰিলে। ৺গগৈদেৱে যিদিনাই ঘৰৰ পৰা বাহিৰ হৈছিল সেই দিনায়ে তেখেতে ভালদৰে বুজি উঠিছিল যে, তেখেতে সিদিনাৰ

পৰাই সকলো সুখ-সম্ভোগৰ পৰা বঞ্চিত হল। তথাপিও মহৎ আদৰ্শক কাৰ্য্যত পৰিণত কৰাৰ আশাত, তেখেতে নৱ বলেৰে বলীয়ান্ হৈ, অন্তৰত অসীম আনন্দ লাভ কৰিছিল।

স্বৰ্গীয় গগৈদেৱে প্ৰথমতে বকতা পাট সাকো গাঁৱলৈ গৈ গাঁৱৰ ৰাইজৰ আগত তেখেতৰ মহৎ উদ্দেশ্যৰ কথা বিবৰি জনালে। তেখেতে ৰাইজৰ আগত কৈছিল, "মই আজি আপোনালোকৰ মাজলৈ, নগৰ এৰি আহিছোঁ এক মহৎ উদ্দেশ্য হাতত লৈ। আজি মই আপোনালোকৰ মাজলৈ জিলাৰ বাবু হৈ অহা নাই, আহিছোঁ আপোনালোকৰ মাজৰ এজন হিচাপেহে। আপোনালোকে যদি মোৰ এই উদ্দেশ্যত সহানুভূতিৰে সহযোগিতা কৰে, তেন্তে ৰাইজৰ উন্নতিৰ লগে লগে মোৰ উদ্দেশ্যও সাধন হব।" তেখেতৰ এই মহৎ উদ্দেশ্যৰ বিৱৰণী আৰু সৰল মিনতিত ৰাইজে সন্তোষ লাভ কৰিলে আৰু যথাসাধ্য সহানুভূতি দেখুৱাবলৈ গাত ললে। শ্ৰীযুত মিনাৰাম বৰুৱা দেওধাইয়ে (গাওঁবুঢ়া) সৰ্ব্বপ্ৰথমে স্কুলৰ কাৰণে দুবিঘা মাটি দান কৰি তেখেতক উৎসাহিত কৰে। এই দৰেই ৺গগৈদেৱক ৰাইজৰ সকলোৱে যি যেনেকৈ পাৰে সহায় কৰিলে। হোৱাই টকা-কড়ি, বয়-বস্তু দি তেখেতক সহানুভূতি দেখুৱাইছিল, নোহোৱাই, শাৰীৰিক পৰিশ্ৰমেই তেখেতৰ সজ কামত সহানুভুতি দেখুৱাইছিল। ৺গগৈদেৱে গৈ পোৱাৰ পিছ দিনাৰ পৰাই ৰাইজে ১৪ হাত বহল আৰু ৪০ হাত দীঘল এটা ভাওৰ ঘৰ সজাৰ কাম আৰম্ভ কৰি

দিলে। কিন্তু ঘৰৰ কাম সম্পূৰ্ণ হবলৈ নৌ পাওঁতেই ৺গগৈদেৱে পাচোটি ছাত্ৰৰে সৈতে স্কুলৰ পঢ়োৱা কাম আৰম্ভ কৰি দিলে। উক্ত ঘৰৰ এটা কোঠাত তেখেতৰ নিজৰ থকা মেলাৰো ব্যৱস্থা কৰিলে।

৺গগৈদেৱে তেখেতৰ সহকৰ্ম্মী হিচাপে, সহপাঠী শ্ৰীযুত ৰাধানাথ গগৈ দেৱেক স্কুলৰ পঢ়োৱা কাম আৰম্ভ কৰাৰ দিনাৰ পৰায়ে লাভ কৰিছিল। তাৰ কিছুদিনৰ পাছত ৺গগৈদেৱে শ্ৰীযুত লক্ষ্মীপ্ৰসাদ সিংহ আৰু শ্ৰীযুত বলোৰাম গগৈ দেৱক সহকৰ্ম্মী হিচাপে পায়। এইদৰেই সকলো ফালৰ পৰা সকলো ধৰণৰ সহায়-সহযোগিতা পোৱাত স্কুলৰ কাম প্ৰৱল গতিত চলিবলৈ ধৰিলে। তথাপিও বিপদৰ ওৰ পৰা নাছিল। ৺গগৈদেৱে স্কুল পতা ঠাইডোখৰ অটব্য হাবি আৰু মেলেৰীয়া বেমাৰৰ বাহঁ আছিল, তাতে আকৌ বাৰিষা বতৰ, যাতায়তৰ কোনো স্নুবিধা নাই। ফলত ৺গগৈদেৱকে আদি কৰি আটাইকেইজন শিক্ষকেই বেমাৰত ভুগিব লগা হৈছিল। শ্ৰীযুত ৰাধানাথ গগৈদেৱে জ্বৰত বেছিকৈ ভুগিব লগা হোৱাত এমাহ মানৰ পাছতে সেই ঠাইৰ পৰা নিজ ঘৰলৈ উভতি আহিল। আৰু কেইদিন মানৰ পাছতে চিঠিৰ যোগে জনালে যে, তেখেত তেনে ধৰণৰ মেলেৰীয়া-প্ৰধান গাৱলীয়া ঠাইত বাস কৰিবলৈ অপাৰগ। গতিকেই তেখেতৰ পুনৰ তালৈ যোৱা নহব। ৺গগৈদেৱে এই চিঠিত একো বেজাৰ নাপালে। বৰঞ্চ আন কিজন শিক্ষকৰ

সহযোগিতাৰে সৈতে দুগুণ উৎসাহেৰে অনুষ্ঠানৰ কামত লাগি গল।

৺গগৈদেৱে নিজৰ খোৱা-শোৱাৰ সুবিধাৰ কথা বিশেষভাৱে নাভাবি কেৱল অনুষ্ঠানৰ কামতে আত্মনিয়োগ কৰিবলৈ ধৰিলে। চাহাবী আদব কায়দাৰে ডাঙৰ দীঘল হোৱা ৺গগৈদেৱে গাৰুঁৰ হাবিৰ মাজত নতুন কৈ সজা বেৰ-খেঁৰ নথকা দীঘল স্কুল ঘৰটোৰ এমূৰৰ এটা কোঠাত বাঁহৰ চাং সাজি বাস কৰিবলৈ ধৰিলে। তেখেতৰ অসীম মনোবলৰ আগত মেলেৰীয়া ৰোগেও হাৰ মানিলে। তেখেতৰ এই কৰ্ম্মপ্ৰেৰণা আৰু অনুষ্ঠানৰ উন্নতি দেখি ৰাইজে মনত অশেষ আনন্দ পাইছিল, আৰু স্কুললৈ তেখেত সকলৰ লৰা পঠাবলৈ ধৰিলে। স্কুল বহাৰ কিছুদিনৰ পাছতে অনুষ্ঠানৰ ছাত্ৰ ৩০ জন মান হয়। ৺গগৈদেৱৰ অন্তৰ খন আনন্দেৰে ভৰপূৰ হৈছিল। তেখেতে ছাত্ৰ সকলকো স্কুল ঘৰ সজা আৰু হাবি মোকলোৱা কামত লগাই দিলে।

---

# অনুষ্ঠানৰ বিশেষত্ব

স্বৰ্গীয় গগৈদেৱৰ অনুষ্ঠানৰ বিশেষত্ব হল, সাধাৰণ শিক্ষা লাভ কৰাৰ লগে লগে শিক্ষাৰ্থী সকলে কাৰিকৰী বিদ্যাতো নিপুণতা লাভ কৰা। ইয়াৰ মূলতে আছিল, দেশৰ নিবনুৱা সমস্যা সমাধান কৰিবৰ বাবে প্ৰত্যেক নাগৰিককে কাৰ্য্যক্ষম কৰি তোলাৰ মহান্ আদৰ্শ। লগে লগে দেশৰ শিক্ষাসেৱী সকলে যাতে, গোলামী শিক্ষা পদ্ধতিৰ গঢ়ত গঢ়ি উঠা চাকৰি কৰাৰ গোলামী মনোভাব ত্যাগ কৰি আত্মনিৰ্ভৰশীল হব পাৰে, এই বিষয়ত তেখেতে গুৰুত্ব আৰোপ কৰিছিল। সেই বাবে তেখেতে তলত দিয়া নীতি কেইটা অনুষ্ঠানৰ আদৰ্শ হিচাপে ধৰি লৈছিল। আৰু তাক কাৰ্য্যতো পৰিণত কৰিছিল। তেখেতৰ অনুষ্ঠানৰ আদৰ্শ হল, প্ৰথমতে জ্ঞান আৰু বুদ্ধিৰ বিকাশ। দ্বিতীয়তে স্বাধীনতা ভাৱৰ পূৰ্ণ বিকাশ। তৃতীয়তে স্বাস্থ্য আৰু নৈতিকতা অৱলম্বন। চতুৰ্থতে, আত্মত্যাগ, সমাজ-সেৱা আৰু আত্মনিৰ্ভৰশীলতা আৰ্জ্জন কৰা। মুঠতে তেখেতে দেশৰ ভৱিষ্যত আশা ভৰসাৰ স্কুল বিদ্যাৰ্থী সকলক আত্মত্যাগ আৰু আত্মনিৰ্ভৰশীলতাৰে স্বাৱলম্বী কৰি গঢ়ি তুলিবলৈ

আপ্ৰাণ চেষ্টা কৰিছিল। তেখেতৰ অনুষ্ঠানৰ ৰবাৰৰ মোহৰত তলৰ কথা কেই ফাঁকি অঙ্কিত আছে।

"Work is worship" কামেই পূজা

"Earning while learning শিক্ষাৰ লগে লগে উপাৰ্জ্জন।

"How much man can do,

If he both act and know".

যদি মানুহে জনাৰ লগে লগে কাম কৰে তেন্তে কিমান কাৰ্য্য সাধন কৰিব পাৰে।

ইয়েই আছিল, তেখেতৰ অসীম অভিজ্ঞতাৰ মাজেদি তৈয়াৰ কৰা নৱ শিক্ষা-পদ্ধতিৰ মহৎ আঁচনি। ইয়াৰ উপৰিও আৰু বহুতো নিয়ম কানুন ছাত্ৰ সকলে পালন কৰিব লগা হৈছিল।

কাৰিকৰী শিক্ষা হিচাপে তেখেতে প্ৰথমেই বকতাৰ পাট-সাকোত কৃষি, দৰ্জ্জি আৰু কাঠৰ কামকে আৰম্ভ কৰে। ইয়াৰ মাজেদি ছাত্ৰৰ শিক্ষা হোৱাৰ লগে লগে অনুষ্ঠানো বিশেষ লাভৱান হৈছিল। ছাত্ৰ সকলে নিজে বহা বেঞ্চ, চকি, মেজ আদি নিজ হাতে তৈয়াৰ কৰি লবলৈ পাই মনত অশেষ তৃপ্তি লাভ কৰিছিল আৰু ছাত্ৰ সকলে নিজ ঘৰৰ দৰেই সকলো কাম স্কুলত কৰিবলৈ পোৱা সুবিধাটোৱে তেওঁলোকক স্কুল খন তেনেই আপোন যেন বুলি ভাবিবলৈ অসীম প্ৰেৰণা যোগাইছিল। পাঠ্য পুথি পঢ়াৰ লগে লগে সকলো ধৰণৰ

কাম একে লগে জুম বান্ধি কৰাৰ মাজেদি ছাত্ৰ সকলৰ মাজত এনে এটি তৃপ্তিৰ আনন্দ আৰু একতাৰ বন্ধন গঢ়ি উঠিছিল যে ছাত্ৰ সকলে নিজ নিজ গৃহৰ কথা পাহৰি গৈছিল। তেখেতৰ বহুতো গুণমুগ্ধ ছাত্ৰই এই কথা বিলাক সুঁৱৰি এতিয়াও সেই বিলাক বন্ধুৰ আগত বৰ্ণনা কৰি আত্মপ্ৰসাদ লাভ কৰে। এই বিলাক দেখি অভিভাৱক সকলেও তেখেতৰ অনুষ্ঠানৰ প্ৰতি সহায় সহানুভূতি আগবঢ়ালে। এইদৰেই তেখেতৰ স্বাৱলম্বী স্কুল খনিয়ে লাহে লাহে গা কৰি আহিবলৈ ধৰিলে ছাত্ৰ সকলক লৈ তেখেতে শস্য উৎপাদনত লাগি গল। সেই পৰিশ্ৰম অনুসাৰে তেখেতে যথেষ্ট লাভবানো হৈছিল। ১৮১৯-২০ চনৰ তেখেতৰ অনুষ্ঠানৰ নিজ ৰিপৰ্ট মতে শস্য আৰু কাঠৰ কামৰ পৰা মুঠ ১২০০ টকা উপাৰ্জ্জন হয়।

তেখেতৰ অনুষ্ঠানৰ অন্যতম আদৰ্শ "বাসিন্দা স্কুলৰ" ( Residential School ) প্ৰথামতে অনুষ্ঠানৰ প্ৰত্যেক ছাত্ৰই বৰ্ডিঙত বাস কৰিব লগা হৈছিল। কিন্তু এই ক্ষেত্ৰত গাওঁৰ ৰাইজে উক্ত প্ৰথা অনৰ্থক পইছা খৰচৰ বাট বুলিয়েই আপত্তি দৰ্শাইছিল। বহুতো আপত্তি হলেও ৺গগৈদেৱে উপায় নেপাই আধা বাসিন্দা ( Day Students Home ) প্ৰথা প্ৰচলন কৰিবলৈ বাধ্য হৈছিল। তেখেতে স্কুলৰ ওচৰৰ লৰা-বোৰক পুৱাতে চাউল পাত আনি স্কুলৰ ছাত্ৰাবাসত ৰান্ধি খোৱাৰ ব্যৱস্থা কৰিছিল আৰু আঁতৰৰ লৰাবোৰক বৰ্ডিঙত থাকিবলৈ বাধ্য কৰাইছিল। ওচৰৰ লৰাবিলাকে পুৱা আহি

ছাত্ৰাবাসত ভাত খাই, স্কুলৰ পঢ়াৰ লগে লগে অনুষ্ঠানৰ অন্য নিয়মাৱলীৰ কাম সম্পূৰ্ণ কৰিহে গধূলি ঘৰলৈ যাব পাৰিছিল। তেখেতৰ এই আধাবাসিন্দা স্কুলৰ (Day Student's Home)ৰ আদৰ্শৰ মূল আজি ভাৰতৰ বহু শিক্ষাবিদে উপলব্ধি কৰিব পাৰিছে। সিদিনা ১৯৫৪ চনৰ চেপ্টেম্বৰ মাহত কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ( Vice-chancellor ) ডাঃ জেঃ চি, ঘোষে তেখেতৰ বক্তৃতাত এই আধা—বাসিন্দা ( Day Students' Home ) স্কুলৰ সম্বন্ধে কলিকতাবাসীলৈ পৰামৰ্শ আগবঢ়াইছে। তেখেতে বক্তৃতা প্ৰসঙ্গত কয় যে, চুইজাৰ্লেণ্ডকে আদি কৰি ইউৰোপৰ আন আন প্ৰগতিবাদী ঠাইৰ স্কুল কলেজৰ ছাত্ৰই পুৱা ৬ বজাত ঘৰ এৰি স্কুললৈ আহে আৰু দিনৰ ২৪ ঘণ্টাৰ ১৪ ঘণ্টা কাল স্কুলতে কটায়। তেওঁলোকে ভুপৰীয়া আহাৰ গা-পা ধোৱা আৰু খেল-ধেমালি কৰাৰ সকলো সুবিধা স্কুলতে পায়। ইয়াৰ মাজেদি শিক্ষাসেবী সকলে সাধাৰণ শিক্ষা লাভ কৰাৰ লগে লগে শৃঙ্খলা, আৰু নৈতিকতা অৱলম্বন কৰাত সুবিধা পায়। লগতে স্কুলতে দিনৰ সৰহ সময় কটাব লগা হোৱাত অন্য দুৰ্নীতি মূলক কামত ব্যস্ত থাকিবলৈ সুবিধা নেপায়। জাপান আৰু মহাচীনতো আমি এই আধা বাসিন্দা ( Day Students' Home ) স্কুলৰ ব্যৱস্থা আজি দেখিবলৈ পাওঁ।

এই দৰেই ৺গগৈদেৱে তেখেতৰ অনুষ্ঠানৰ মহান্ আদৰ্শ ৰক্ষা কৰি প্ৰায় দুই তিনি বছৰ কৃতকাৰ্য্যতাৰে স্কুল চলালে।

ছাত্ৰসংখ্যা বাঢ়ি ১৯২০ চনতে স্কুলত ১৫০ জনৰো বেছি হৈছিল। তেখেতৰ অনুষ্ঠানটিৰ মহান্ আদৰ্শত কৃতকাৰ্য্যতা লাভ কৰা দেখি অসম চৰকাৰে ১০০ শ বিঘা মাটিৰ এটি দান আগবঢাইছিল। কিন্তু ১৯২১ চনত তেখেতে ৰাজনৈতিক আন্দোলনত ( অসহযোগ ) যোগদান কৰাৰ কাৰণে এই মূল্যবান দানটি হেৰুৱাব লগা হয়।



# ১৯২১ চনৰ ৰাজ-নৈতিক জীৱন

৺গগৈদেৱে পাটসাকোত তেখেতৰ অনুষ্ঠানৰ কামত ব্যস্ত হৈ থাকোঁতেই ১৯২০ চনৰ ডিচেম্বৰ মাহত তেজপুৰত বহা অসম কংগ্ৰেছ সম্মিলনে অসমতো কংগ্ৰেছ আন্দোলন চলাবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। শিৱসাগৰত আন্দোলন চলোৱাৰ ভাৰ পৰিছিল শ্ৰীযুত কুলধৰ চলিহা ( বৰ্তমান অসম বিধান সভাৰ অধ্যক্ষ ) শ্ৰীযুত দুৰ্গাপ্ৰসাদ বৰঠাকুৰ আৰু ৺লক্ষ্মীকান্ত বৰুৱাদেৱৰ, ওপৰত। তেখেত সকলে আন্দোলনৰ প্ৰচাৰকাৰ্য্য প্ৰৱলভাবে চলাবলৈ ধৰিলে। কিন্তু তেখেত সকলে পৰিশ্ৰম অনুযায়ী কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে। গতিকেই তেখেত সকলে নীৰৱ দেশকৰ্ম্মী ৺গগৈদেৱৰ কাষ চাপিলে। ৺গগৈদেৱে এই প্ৰস্তাৱকলৈ বৰ দোমোজাত পৰিছিল।

এফালে তেখেতে জীৱনৰ ব্ৰত হিচাপে বাছি লোৱা আদৰ্শৰ শিক্ষা-অনুষ্ঠান আৰু আনফালে দেশমাতৃৰ আহ্বান। তেখেতে কোনটো ধৰিব ভাবি পাব নাপাইছিল। তেখেতে তেতিয়া ভাবিছিল, যি আদৰ্শ আগত লৈ, জীৱনৰ সকলো জলাঞ্জলি দি শিক্ষা-অনুষ্ঠান প্ৰতিষ্ঠা কৰিছিল হয়তো ৰাজনৈতিক আন্দোলনত লাগিলে সি একেবাৰে ধ্বংসপ্ৰাপ্ত হব, আৰু তাৰ ফল স্বৰূপে

তেখেতৰ আদৰ্শই কোনো পৰিণতি লাভ কৰিব নোৱাৰিব। লগে লগে তেখেতে ৰাইজৰ সহায়-সহানুভূতিৰ পৰাও বঞ্চিত হব। ইত্যাদি ইত্যাদি ভাবি তেখেতে আন্দোলনত যোগদানৰ প্ৰস্তাৱ প্ৰত্যাখান কৰিবই খুজিছিল। কিন্তু শ্ৰীযুত দুৰ্গাপ্ৰসাদ বৰঠাকুৰ আৰু ৺লক্ষ্মীকান্ত বৰুৱাদেৱে তেখেতৰ ওচৰলৈ গৈ দুদিন ধৰি আলোচনা চলোৱাৰ পাচতহে তেখেতে মান্তি হৈছিল। কিন্তু তেখেত সকলে অনুষ্ঠানৰ প্ৰতি সক্ৰিয় ভাৱে সহায়-সহানুভূতি দেখুৱাবলৈকো প্ৰতিশ্ৰুতি দিব লগা হৈছিল।

ইতিমধ্যেই, গোটেই ভাৰত জুৰি অসহযোগ আন্দোলনৰ ঢৌৱে এক বিপ্লৱৰ সৃষ্টি কৰিলে। মহামানৱ মহাত্মা-গান্ধীৰ নেতৃত্বত গোটেই ভাৰতবাসীয়ে আন্দোলনত মন-প্ৰাণ ঢালি দিলে। দেশৰ এনে বিপ্লবী পৰিস্থিতি দেখিবলৈ পাই আৰু বন্ধু সকলৰ খাটনিত, ৺গগৈদেৱে আন্দোলনত জাপ দিবলৈ সিদ্ধান্ত কৰি পেলালে। তেখেতে কেইজনমান সহকাৰী শিক্ষকৰ হাতত অনুষ্ঠানৰ সকলো ভাৰ গটাই দি ১৯২১ চনত জাতীয় আন্দোলনত জপিয়াই পৰিল।

আন্দোলনত জাপ দিয়াৰ লগে লগেই তেখেতক শিৱসাগৰ কংগ্ৰেছ কমিটীৰ সম্পাদকৰ পদত অধিষ্ঠিত কৰা হয়। সম্পাদকৰ পদত অধিষ্ঠিত হৈ ৺গগৈদেৱে সকলো গধুৰ দায়িত্ব বহন কৰি, অতি শৃঙ্খলা আৰু অসীম ধৈৰ্য্যেৰে সৈতে আন্দোলনৰ কাম চলাবলৈ ধৰিলে। অতিসোনকালেই শিৱসাগৰ কংগ্ৰেছৰ

নাম—গোটেই অসমতে বিয়পি পৰিছিল। গতিকেই আন্দোলনৰ কাম এনে প্ৰৱল, গতিত বেছি দিন চলিবলৈ নেপালে। কেইমাহমান কাম কৰাৰ পাছতে চৰকাৰে তেখেতক আটক কৰে। তেখেতৰ লগতে শ্ৰীযুত দূৰ্গাপ্ৰসাদ বৰঠাকুৰ আৰু ৺লক্ষ্মীকান্ত বকরাকো জেইললৈ নিয়া হয় আৰু এবছৰ কাল তেখেত সকলে কাৰাবাস খাটিব লগা হৈছিল।

---

# চুণপোৰালৈ অনুষ্ঠান স্থানান্তৰিত

জগতৰ ইতিহাসত বহুত সময়ত দেখা যায় যে, সাধাৰণ মানুহক জীবনৰ বিপদ আপদে যেনেকৈ একেবাৰে নিৰুৎসাহ কৰি তোলে, ঠিক তেনেকৈ অসাধাৰণ সকলক জীৱনৰ অন্তৰায়বিলাকে দ্বিগুণে উৎসাহিততে কৰি তোলে। ৺গগৈদেৱৰ জীৱনতো সিয়েই ঘটিছিল। যেতিয়া ৺গগৈদেৱে এবছৰীয়া ফাটেকৰ পৰা মুক্তি লাভ কৰি, তেখেতৰ আটাইতকৈ আপোন অনুষ্ঠান খনি চাবলৈ বকতালৈ, ঢাপলি মেলিছিল, তেতিয়া তেখেতে স্কুলখনি চলা অৱস্থাত যে নাপাইছিলেই, আনকি অতি কষ্টেৰে সজা অনুষ্ঠানৰ ঘৰ কেইটিও একেবাৰে জীৰ্ণ-শীৰ্ণ অৱস্থাত দেখা পাইছিলগৈ। প্ৰথমে তেখেতে অন্তৰত কিছু আঘাত পাইছিল, যদিও, তাক অতি সোনকালেই আঁতৰ কৰি পুনৰ অনুষ্ঠানৰ কামত পূৰ্ণোদ্যমে লাগি যাবলৈ ধৰিলে। ৺গগৈদেৱৰ লগতে ছাত্ৰ বিলাকো বিপ্লবী হৈ ফাটেক্ খোৱাৰ ভয়ত অভিভাৱকে ছাত্ৰ সকলক স্কুল এৰুৱাই দিছিল। কিন্তু ৺গগৈদেৱক পুনৰ তেওঁলোকৰ মাজত পাই ছাত্ৰ সকলক পুনৰ স্কুললৈ পঠাই দিলে। এইদৰেই কিছুদিন স্কুল চলোৱাৰ পাছত ৺গগৈদেৱে তেখেতৰ অনুষ্ঠান চুণপোৰালৈ স্থানান্তৰিত কৰিবলৈ স্থিৰ কৰিলে। ইয়াৰ কাৰণ

বিশেষকৈ দুটা আছিল বুলি কব পাৰি। প্ৰথম হল, ঠাইডোখৰ প্ৰধান আলিৰ দাঁতিত হোৱাৰ কাৰণে যাতায়াতৰ সুবিধা হব। লগতে নগৰৰ পৰাও ওচৰ হব। দ্বিতীয়তে ঠাইডোখৰ আছিল ছাবিময় আৰু নিজান। গতিকেই প্ৰাচীন ভাৰতৰ আশ্ৰমৰ শিক্ষাৰ আদৰ্শৰে অনুষ্ঠানক গঢ় দিবলৈ সুবিধা হব বুলি ভাবিছিল।

৺গগৈদেৱে বকতাৰ পাঠসাকোত শ্ৰীযুত মাণিকচন্দ্ৰ ভাগৰতীৰ অধীনত এটি শাখা স্কুল ৰাখি ১৯২৩ চনৰ জুন মাহত চূণপোৰালৈ অনুষ্ঠান স্থানান্তৰিত কৰিলে। অনুষ্ঠানৰ লগতে বকতাৰ পৰা ১৯ জনমান ছাত্ৰও লৈ অহা হৈছিল। উক্ত ছাত্ৰ সকলৰ ভৰণ-পোষণ অনুষ্ঠানৰ পৰাই বহন কৰা হৈছিল। এই ছাত্ৰসকলৰ মাজতে এজন আছিল শ্ৰীতৰুণচন্দ্ৰ বৰুৱা। তেওঁ আজি "বকতা গান্ধী" বুলি আখ্যা প্ৰাপ্ত হৈছে। বৰ্ত্তমানে তেওঁ মহাত্মা গান্ধীৰ প্ৰকৃত শিষ্য আচাৰ্য্য বিনোৱা ভাবে দেৱৰ ভূদান আন্দোলনত জপিয়াই পৰিছে। তেখেত অসমৰ ভূদান সমিতিৰ বিশিষ্ট কৰ্ম্মী আৰু বিষয়ববীয়া।

চূণপোৰালৈ অহাৰ লগে লগেই ৺গগৈদেৱে অন্তৰত নতুন বল লাভ কৰিলে। তেখেতে ছাত্ৰ আৰু শিক্ষক সকলক লগতলৈ দিনে ৰাতিয়ে কাম আৰম্ভ কৰিলে। তেখেতে কেৱল মনৰ বলকে লাভ কৰা নাছিল, উক্ত সময়ত তেখেতে অসহযোগ আন্দোলনত লাগি স্কুল এৰি অহা কেইজনমান দেশসেৱী উদ্যোগী ছাত্ৰ আৰু কলেজ এৰি সমাজ সেৱাত আত্মনিয়োগ কৰা কেইজনমান শিক্ষকো লাভ কৰিছিল।

শিক্ষক হিচাপে তেঁখেতে বিশেষকৈ লাভ কৰিছিল, শ্ৰীযুত ইন্দ্ৰেশ্বৰ ছুটীয়াদেৱক। তেখেতে গুৱাহাটী কটন কলেজৰ বি, এ, শ্ৰেণীৰ চতুৰ্থ বাৰ্ষিকলৈ পঢ়া অৱস্থাতে অসহযোগ আন্দোলনত লাগি কলেজ এৰি ঘৰতে বহি আছিল। ৺গগৈদেৱে তেখেতক নাৰৱ আৰু একনিষ্ঠ কৰ্ম্মী বুলি জানিব পাৰি ১৯২৩ চনৰ ১০ ছেপ্টেম্বৰ দিনা মাতি আনি অনুষ্ঠানৰ হেড্‌মাষ্টাৰ পাতিলে, আৰু তেখেতকে স্কুলৰ ভিতৰুৱা সকলো কামৰ ভাৰ দি, নিজে অনুষ্ঠানৰ মেনেজাৰ হিচাপে বাহিৰত ঘূৰা পকা কৰি অনুষ্ঠানৰ কাৰণে অৰ্থ সংগ্ৰহ কৰিবলৈ ধৰিলে। শ্ৰীযুত ছুটীয়াদেৱেও অনুষ্ঠানৰ সৎ আদৰ্শত মুগ্ধ হৈ বৰ উৎসাহেৰে সকলো কামৰ ভাৰ মূৰ পাতি ললে আৰু তেতিয়াৰ পৰা ১৯৪৮ চনলৈকে অসাম ধৈৰ্য্য আৰু কৃতকাৰ্য্যতাৰে অনুষ্ঠানৰ কাম চলাই আহিছিল। তেখেতে প্ৰায় ২৫ বছৰ কাল এই অনুষ্ঠানত কটাই নিজ ইচ্ছা অনুযায়ী ১৯৪৮ চনৰ ১লা নবেম্বৰৰ দিনা স্কুল এৰি, তেখেতৰ ঘৰৰ ওচৰৰ বৰপাত্ৰ হাই স্কুললৈ যায়। বৰ্ত্তমান তেখেতে তাত সহকাৰী প্ৰধান শিক্ষক হৈ আছে। তেখেতে যি একনিষ্ঠ ভাবে সুদীৰ্ঘ ২৫ বছৰ কাল অনুষ্ঠানৰ তথা ৰাইজৰ মাজত শিক্ষা প্ৰচাৰৰ হেতু যি স্বাৰ্থত্যাগ কৰিলে, তাৰ কাৰণে আমি তেখেতৰ ওচৰত কৃতজ্ঞ থাকিলোঁ।

শ্ৰীযুত ছুটীয়াদেৱে স্কুলত সোমোৱাৰ ৫।৭ দিন মানৰ আগেয়ে শিৱসাগৰৰ আমগুৰি গাৱঁৰ মৌঃ জালালুদ্দিন আহমদে ৺গগৈদেৱৰ স্কুলত সোমায়হি। তেখেতে ১৯২২ চনতে গুৱাহাটী

গভৰ্মেণ্ট উইভিং স্কুলৰ পৰা উইভিং পাছ কৰি ছমাহ চৰকাৰী চাকৰি কৰাৰ পাচত, কেইদিনমান ঘৰত বহি আছিল। এনেতে ৺গগৈদেৱে তেখেতক মাতি আনি উইভিং বিভাগৰ (ইন্সট্ৰাক্টৰ) শিক্ষক হিচাপে সোমোৱাই লয়। সেই দিন ধৰি আজি কোপতি তেখেতে এই অনুষ্ঠানতে একনিষ্ঠভাৱে স্বাৰ্থ ত্যাগ কৰি লাগি আছে।

তাৰ কিছুদিনৰ পাছতে জাঁজীৰ শ্ৰীযুত প্ৰিয়নাথ বৰুৱাদেৱে অসহযোগ আন্দোলনত কলেজ এৰি গাওঁ সংগঠনৰ কাম কিছুদিন কৰাৰ পাছত দেশৰ সেৱা তথা শিক্ষা প্ৰচাৰৰ হেতু ৺গগৈদেৱৰ অনুষ্ঠানত সোমায়হি। তেখেতে স্কুলত সোমোৱাৰ লগে লগে তেখেতক কিমান দৰ্ম্মহা লাগিব বুলি সোধা হৈছিল, তোতয়া তেখেতে বুকুদাঠি কৈ উঠিছিল, "মই এই অনুষ্ঠানত শিক্ষকতা কৰি ধন ঘটিবলৈ অহা নাই---আহিছো দেশৰ সেৱা কৰিবলৈহে। মোৰ কাৰণে খাবলৈ দুবেলা দুমুঠি ভাত আৰু পিন্ধিবলৈ এডোখৰ কাপোৰ দিলেই যথেষ্ঠ হব।" ঠিক তেনেদৰেই তেখেতে একো নোলোৱাকৈয়ে একনিষ্ঠভাবে ১৯২৩ চনৰ পৰা ১৯৩২ চনলৈকে সুদীৰ্ঘ ৯ বছৰ কাল এই অনুষ্ঠানত শিক্ষকতা কৰিছিল। পিছত ১৯৩২ চনৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিব লগা হোৱাত তেখেতে উক্ত বছৰতে স্কুলৰ পৰা বিদায় লৈ ৰাজনীতিত সক্ৰিয়ভাবে লাগি যায়। তেখেতে এতিয়া শিৱসাগৰ গ্ৰামোন্নয়ন বিভাগৰ প্ৰধান কৰ্ম্মকৰ্ত্তা (Rural-development officer) হিচাপে দেশৰ সেৱা কৰি আছে।

তেখেতে ৺গগৈদেৱৰ লগত এই অনুষ্ঠানৰ তথা শিক্ষা প্ৰচাৰৰ কাৰণে যি স্বাৰ্থ ত্যাগ কৰিলে তাক শিৱসাগৰীয়া ৰাইজে পাহৰিব নোৱাৰে।

চূণপোৱাত স্কুল থকা অৱস্থাত তেখেতৰ অনুপম শিক্ষাৰ আঁচনিখন সম্পূৰ্ণ কৰি তোলাত যথেষ্ট সুবিধা মিলিছিল। বিশেষকৈ ছাত্ৰ আৰু শিক্ষক সকলোৱে বৰ্ডিঙত বাস কৰি থকাত, অনুষ্ঠানৰ অন্যতম আদৰ্শ পূৰ্ণবাসিন্দা (Residential school) স্কুল গঢ়ি উঠিছিল। উক্তসময়ত স্কুলৰ পাঠ্যৰ নিয়মাৱলীত সময়ৰ বিশেষ সীমা নাছিল। পুৱাৰ পৰা গধূলিলৈকে পঢ়াৰ লগে লগে অন্য কাৰিকৰী কামত ছাত্ৰ সকলে ব্যস্ত থাকিব লগা হৈছিল। উক্ত কামৰ ভিতৰত তাঁতৰ কাম, দৰ্জ্জিৰ কাম, কাঠৰ কাম, কমাৰ কাম আৰু কৃষি (Weaving, Tailoring, carpentry, Blacksmith and agriculture) আদিয়েই প্ৰধান আছিল। এই আটাই-কেইটা বিভাগেই বৰ কৃতকাৰ্য্যতাৰে চলিছিল; আৰু যথেষ্ট লাভো হৈছিল। ইয়াৰ ভিতৰত তাঁতৰ কামতেই বেছি জোৰ পৰিছিল আৰু উপাৰ্জ্জনো হৈছিল যথেষ্ট। এই বিভাগটি কৃতকাৰ্য্যতাৰে চলিছিল মৌঃ জালালুদ্দিন আহমদ্ চাহাবৰ অধীনত। কপাহী আৰু মুগা সূতাৰে বিধবে কাপোৰকে ছাত্ৰ সকলৰ দ্বাৰা বোৱাই বজাৰত বিক্ৰী কৰা হৈছিল।

কাঠৰ কামৰ বিভাগটি (carpentry section) চলিছিল ৺কমলাকান্ত গোহাঁইদেৱৰ অধীনত। সেই দৰেই কমাৰ

কামৰ কাৰণে বৰপেটাৰ পৰা এজন কৰ্ম্মকাৰ অনাই কাম চলোৱা হৈছিল। কৃষিৰ কাম সকলোৰে দ্বাৰা সামুহিকভাবে কৰা হৈছিল। এই বিভাগৰ কামত বিশষকৈ যাৱতীয় শাক-পাচলিকে উৎপন্ন কৰা হৈছিল। উক্ত কৃষি বিভাগৰ উৎপন্ন বস্তু খোৱাৰ উপৰিও উদ্বৃত্ত অংশ বিক্ৰী কৰা হৈছিল। এইদৰেই ছাত্ৰ সকলে নিজে পৰিশ্ৰম কৰি খোৱা লোৱাৰ উপৰিও অনুষ্ঠানৰ কাৰণেও যথেষ্ট উপাৰ্জ্জন কৰিছিল। অলপো জিৰণি নোহোৱাকৈ অবিৰাম গতিত কাম কৰিও ছাত্ৰ সকলে অন্তৰত অসীম তৃপ্তি আৰু বিমল আনন্দ লাভ কৰিছিল।

এনেধৰণৰ কৃতকাৰ্য্যতাৰে সকলো বিভাগৰে কাম সুকলমে চলি থকা অৱস্থাতেই, ১৯২৪ চনৰ ২৬ মে তাৰিখত জে, আৰ, কানিংহাম চাহাবে ( সেই সময়ৰ অসমৰ ডি. পি. আই. ) আহি স্কুল পৰিদৰ্শন কৰে। তেখেতে অনুষ্ঠানৰ আদৰ্শ আৰু মহৎ কামবিলাক দেখি মুগ্ধ হৈ অশেষ প্ৰশংসা কৰি অতিসোনকালেই স্কুলক স্বীকৃতি (Recognition) দিবলৈ গ্ৰাত লয় আৰু পাৰ্য্যমাণে অৰ্থৰ সহায় কৰিবলৈকো প্ৰতিশ্ৰুতি দিয়ে। তেখেতে ৺গগৈদেৱৰ নৱশিক্ষা পদ্ধতিৰ প্ৰতিষ্ঠানটি দেখি অন্তৰত অশেষ আনন্দ লাভ কৰি কৈছিল যে, এনে ধৰণৰ উচ্চ আদৰ্শৰ বহুমুখী-শিক্ষাৰ অনুষ্ঠান সুদূৰ আমেৰিকাতহে দেখিবলৈ পোৱা যায়।

---



বাঁও ফালৰ পৰা (১) শ্ৰীঘনকান্ত দুৱৰা কাৰ্পেণ্ট্ৰী ইন্‌স্‌ট্ৰাকটাৰ (২) শ্ৰীপ্ৰভাতচন্দ্ৰ চাংকাকতী, এঃ হেড্‌ মাষ্টাৰ, (৩) শ্ৰীনৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য বি, এ, হেড্‌মাষ্টাৰ, (৪) অজিৎচন্দ্ৰ গগৈ বি, এ, মেনেজাৰ, (৫) মৌঃ জেলালুদ্দিন আহমুদ উইভিং ইন্‌স্‌ট্ৰাকটাৰ (৬) শ্ৰীচেনিৰাম গগৈ ক্লাৰ্ক

# শিৱসাগৰ টাউনলৈ অনুষ্ঠান স্থানান্তৰিত

চূণপোৰাত অনুষ্ঠান থকা অৱস্থাত অনুষ্ঠানৰ বহুল উন্নতি সাধন হৈছিল। ৺গগৈদেৱৰ শিক্ষাৰ মহৎ আঁচনিয়ে এই দুবছৰৰ ভিতৰতে বহুদূৰ আগবঢ়াৰ গতি আৰু শিক্ষক-ছাত্ৰ সকলৰ উদ্যোগপূৰ্ণ কৰ্ম্ম-প্ৰেৰণাই বহুতো সভ্য সমাজৰ শিক্ষিতলোকৰ দৃষ্টি আকৰ্ষণ কৰে। গতিকে বহুত ভদ্ৰলোকে ৺গগৈদেৱক স্কুলখন নগৰলৈ আনিবৰ বাবে অনুৰোধ জনালে। এই সকলৰ ভিতৰত বিশেষকৈ ৺তাৰাপ্ৰসাদ চলিহা বাৰ-এট-ল, এম-এল, ছি আৰু শ্ৰীযাদৱপ্ৰসাদ চলিহা দেৱৰ নাম উল্লেখযোগ্য। ৺তাৰাপ্ৰসাদ চলিহাদেৱে স্কুলৰ কাৰণে এডোখৰ মাটি আৰু ঘৰ দিবলৈ গাত লৈছিল। অৱশ্যে স্কুল নগৰলৈ অনাৰ কিছুদিনৰ পাচত ৺গগৈদেৱৰ লগত চলিহা দেৱৰ মতৰ অমিল হোৱাত উক্ত মাটি আৰু ঘৰ দিয়া নহল। শ্ৰীযাদৱ-প্ৰসাদ চলিহা দেৱে স্কুলৰ যন্ত্ৰ-পাতি, ঘৰ-দুৱাৰ আদি অনা-নিয়াৰ খৰচ বহন কৰিবলৈ গাত লৈছিল আৰু তেখেতৰ প্ৰতিশ্ৰুতি

ৰক্ষা কৰি অনা-নিয়া খৰচৰ বাবদ ৫০০শ টকা ৺গগৈদেৱক দিছিল। এইদৰেই বহুতো ভদ্ৰলোকৰ সহানুভূতিপূৰ্ণ অনুৰোধ পাই ৺গগৈদেৱে ১৯২৪ চনৰ ডিচেম্বৰ মাহত চূণপোৰাৰ পৰা শিৱসাগৰ নগৰলৈ তেখেতৰ অনুষ্ঠানটি তুলি আনিলে। নগৰলৈ আনি প্ৰথমতে ৺গগৈদেৱে বিলৰ দাঁতিত এডোখৰ মাটি "লিজ" লৈ অস্থায়ীভাৱে ঘৰ-দুৱাৰ সাজি স্কুলৰ কাম আৰম্ভ কৰিলে। উক্ত ঘৰ-দুৱাৰৰ কাৰণে চূণপোৰাৰ পৰাই বাঁহৰ সকলো বস্তু ছাত্ৰ-আৰু শিক্ষকৰ দ্বাৰা তৈয়াৰ কৰি অনা হৈছিল। গতিকেই নগৰত আহি মাত্ৰ কেইদিনমানৰ ভিতৰেই ছাত্ৰ আৰু শিক্ষক সকল থাকিবৰ বাবে এটা প্ৰকাণ্ড বৰ্ডিং আৰু স্কুলৰ কাৰণে এটা ডাঙৰ ঘৰ সাজি উলিয়াইছিল। ঘৰ সজা কামো ছাত্ৰ আৰু শিক্ষক সকলেই কৰিছিল। ছাত্ৰ-আৰু শিক্ষক সকলৰ বাবে শুবলৈ চাং, কিতাপ পত্ৰ আদি থবলৈ মেজ ইত্যাদি ধৰণৰ সকলো বস্তুকে বাঁহৰ পৰাই তৈয়াৰ কৰি লোৱা হৈছিল। এইবিলাক যেনে আছিল সস্তা, তেনে আছিল ধুনীয়া আৰু কৰ্ম্মোপযোগী।

১৯২৪ চনৰ ডিচেম্বৰ মাহত নগৰলৈ স্কুল আনি ১৯২৫ চনত জানুৱাৰী মাহতে স্কুলৰ নতুন বছৰ আৰম্ভ কৰিলে। স্কুল আৰম্ভ হোৱাৰ প্ৰথম মাহতেই ছাত্ৰৰ সংখ্যা বহুতো বাঢ়িবলৈ ধৰিলে। নগৰৰ বহুতো ছাত্ৰ আহি ৺গগৈদেৱৰ স্কুলত ভৰ্ত্তি হলহি। অৱশ্যে নগৰৰ ছাত্ৰই স্কুলৰ সংখ্যা বঢ়াইছিল যদিও অনুষ্ঠানৰ আদৰ্শত কিছু ব্যাঘাত জন্মিছিল। নগৰৰ ছাত্ৰ

সকলৰ ঘৰ ওচৰত হোৱাত ছাত্ৰাবাসত থাকিবৰ কোনো প্ৰয়োজন নহৈছিল। গতিকে ছাত্ৰ সকলৰ দুটা ভাগ হৈছিল। তথাপিও অধিকসংখ্যক ছাত্ৰ বৰ্ডিংবাসী আছিল।

ঘৰুৱা ছাত্ৰ বা ঘৰৰ পৰা স্কুলত পঢ়া ছাত্ৰতকৈ বাসিন্দা ছাত্ৰ সকলৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হৈছিল। বাসিন্দা স্কুলৰ (Residential School) আদৰ্শ সম্পূৰ্ণৰূপে প্ৰতিপালিত কৰিব পৰা নহৈছিল যদিও উক্ত বৰ্ডিংবাসী ছাত্ৰসকলক লৈ বাসিন্দা স্কুলৰ আদৰ্শৰে পুৱাৰ পৰা গধূলি ৯ বজালৈকে অনুষ্ঠানৰ কামত ব্যস্ত থকা হৈছিল। লগতে, অনুষ্ঠানৰ অবিৰাম কামৰ মাজেদিও ছাত্ৰ সকলে ফুৰা-চকা, খেল ধেমালি কৰা, কছৰৎ কৰা, পুৱা-গধূলি ভগৱানক প্ৰাৰ্থনা কৰা, ৰাতিৰ কাকত পঢ়া আৰু স্বাৰ্থত্যাগৰ মাজেদি সমাজ সেৱা কৰা আদিৰ আঁচনি কৰি, শিক্ষাসেৱী সকলৰ, শাৰীৰিক, মানসিক, নৈতিক, আধ্যাত্মিক উন্নতি সাধনৰ বিধান কৰা হৈছিল।

বাসিন্দা স্কুলৰ মহান্ আদৰ্শৰে গঢ়ি উঠা ৺গগৈদেৱৰ অনুষ্ঠান খনিয়ে, দোপত দোপে উন্নতি কৰি অতি সোনকালেই, জন-সাধাৰণক আৰু চৰকাৰক সন্তোষ দিব পাৰিছিল। তাৰ ফল স্বৰূপেই ১৯২৬ চনৰত ৺গগৈদেৱৰ মহান আঁচনিৰ পৰীক্ষামূলক (Experimental giant) সাহায্য হিচাপে, এটি এশটকীয়া সাহায্য চৰকাৰৰ পৰা লাভ কৰে।

৺গগৈদেৱৰ নৱশিক্ষা-পদ্ধতিৰ মহৎ আচঁনিৰ কথা কেৱল অসমতে আৱদ্ধ থকা নাছিল, ই ভাৰতৰ বহুতো ঠাইত বিয়পি

পৰিছিল। ইয়াৰ প্ৰমাণ স্বৰূপে এই লিখকে নিজে ১৯২৬ চনতেই সুদূৰ শ্ৰীহট্টত ৺গগৈদেৱৰ আদৰ্শ স্কুলৰ কথা জানিবলৈ পায়। আৰু সেই বাতৰিয়েই এই পুথি ৰচোঁতাক অসমলৈ আহিবলৈ বাট মোকলাই দিলে।

লিখকেও ৺গগৈদেৱৰ দৰেই শ্ৰীহট্টৰ একেবাৰে পিচপৰা নয়াবজাৰ নামৰ ঠাইত কে, চি, এম, ই স্কুলত হেড্‌মাষ্টৰ হিচাপে শিক্ষকতা কৰি থাকোঁতে উক্ত স্কুলত কাঠৰ আৰু তাঁতৰ (carpentry and weaving) কামৰ শিক্ষা দিবলৈ মনস্থ কৰি কিছুদিন কাম চলাইছিল। ছাত্ৰ সকলক খাট আদি তৈয়াৰ কৰি বিক্ৰী কৰিবলৈকো দিয়া হৈছিল। উক্ত সময়তে, সুৰমা উপত্যকাৰ স্কুল ইনসপেক্টৰ (বৰ্ত্তমান অসমৰ পেঞ্চনাৰ ডি,পি,আই) দেৱে স্কুল পৰিদৰ্শন কৰে। তেখেতে স্কুলৰ ছাত্ৰ সকলে নিজ হাতে তৈয়াৰ কৰা বস্তুবোৰ দেখি, অতিশয় সুখী হৈছিল আৰু তাৰ আনন্দতে ছাত্ৰসকলক দহ টকা ৰূপ পুৰস্কাৰ দিছিল। লগতে স্কুলৰ আচ্‌বাব্‌ (furniture) পত্ৰৰ কাৰণেও কিছু টকা সাহায্য দিয়ে। কিন্তু তেখেতে স্কুলৰ পাঠক্ৰমৰ ভিতৰতে উক্ত বিষয়ৰ শিক্ষা দিয়াত আপত্তি কৰে। আন কি তেনে কৰিলে স্কুলৰ স্বীকৃতি আৰু সাহায্য নিদিবলৈকে সিদ্ধান্ত কৰে। ইন্সপেক্টৰ দেৱৰ এনে ধৰণৰ অভিমতত লিখকৰ অন্তৰত দুখ লাগে আৰু মন বহু গুণে ভাগি যায়। এনে সময়তে ৺গগৈদেৱৰ পৰা নিয়োগ পত্ৰ (appointment letter) পাই স্কুলৰ পৰা এমাহৰ ছুটি লৈ মাত্ৰ সাত দিনৰ ভিতৰতে

৺গগৈদেৱৰ স্কুল চাবৰ বাবে অসমলৈ বাওনা হয়। লিখকে যি আদর্শ আগতলৈ ছাত্র-সকলক কাঠৰ আৰু তাঁতৰ কামৰ শিক্ষা দিবলৈ স্থিৰ কৰিছিল ঠিক্ তেনে আদর্শৰেই ৺গগৈদেৱৰ অনুষ্ঠান খনি পূর্ণোদ্যমে চলি থকা অবস্থাতে দেখিবলৈ পাই মনত বৰ বং পাইছিল। লিখকে "নিগ্রোজাতিৰ কর্ম্মবীৰ" (বুকাৰটি ওৱাচিংটন) নামৰ কিতাপ খনিৰ আদর্শত অনুপ্রাণিত হৈ উক্ত কামত হাত দিছিল, আৰু ইয়ালৈ অহাৰ কেইদিন মানৰ পিছতেই ৺গগৈদেৱেও লিখকক (ইংলিচৰ) সেই একেখন কিতাপকে আদর্শ ধৰিছে বুলিকৈ লিখকক পঢ়িবলৈ দিয়ে। লিখকে দুয়োৰো আদর্শৰ এনে আকস্মিক মিল দেখি আচৰিত হল। এই দৰেই লিখকৰ অন্তৰৰ সকলো উদ্দেশ্য ৺গগৈদেৱৰ আদর্শৰ লগত মিল হৈ দুয়োৰাত অন্তৰ আনন্দৰে পূর্ণ হয়। গতিকেই লিখকে শ্রীহট্টলৈ পুনৰ ঘুৰি যোৱাৰ মোহ এৰি দি ১৯২৬ চনৰ ফেব্রুৱাৰী মাহৰ ৯ তাৰিখৰ পৰা ৺গগৈদেৱৰ এই অনুষ্ঠানত সোমাই আজিলৈকে তেখেতৰ সেই মহান্ আদর্শকে সাৰটি ধৰি আছে। অৱশ্যে নানান্ অভাব-অনাটন, আৰু বহুতো অন্তৰায়ৰ কাৰণে তেখেতৰ আদর্শক আজিকোপতি পৰিস্ফুট্ কৰি তুলিব পৰা নাই। ই অৱশ্যে আমাৰেই দুর্ভাগ্য। ৺গগৈদেৱে যি জন মহা পুৰুষৰ অনুষ্ঠানৰ আদর্শৰে তেখেতৰ অনুষ্ঠান গঢ়ি তুলিব খুজিছিল সেই মহান্ অনুষ্ঠানৰ, ৺গগৈদেৱে অসমত পাতনিহে মেলিছিল বুলিব পাৰি। তেখেতৰ অনুষ্ঠানৰ আদর্শ সম্পূর্ণ কৰি তুলিবলৈ উপযুক্ত সময়

আৰু সুবিধা কৰিব নোৱাৰিলে। তেখেতৰ প্ৰকৃত আদৰ্শ অপ্ৰকাশ হৈয়ে বল বুলিব পাৰি। তেখেতে যি মহান্ আদৰ্শ অনুষ্ঠানৰ অনুকৰণ কৰিছিল তাৰ চমু ইতিবৃত্ত এটি তলত দিয়া হল।

---

# টাস্কেগী বিদ্যামন্দিৰ

৺গগৈদেৱে টাস্কেগী বিদ্যামন্দিৰৰ আদৰ্শক অনুকৰণ কৰিছিল। এই বিদ্যামন্দিৰটি, আমেৰিকাৰ দক্ষিণ অঞ্চলত, আলাবামা নামে ঠাইত, ১৮৮১ চনত মাৰ্কিন্ মহান্ শিক্ষাবিদ্ বুকাৰটি ওৱাচিংটনে প্ৰতিষ্ঠা কৰে। "কাৰিকৰী আৰু কৃষি-বিজ্ঞানৰ শিক্ষাক্ষেত্ৰত এই বিদ্যালয়ত ধ'ত্ৰীবিদ্যা শিক্ষাৰ পৰা বিমান চালকলৈকে (Pilot) বৰ্ত্তমানে শিক্ষা দিয়া হৈছে। শিক্ষাবিদ্ বুকাৰটি ওৱাচিংটনে তেখেতৰ জীৱনৰ ৩৪ বছৰ কাল নিঃস্বাৰ্থভাৱে এই অনুষ্ঠানৰ কাৰণে যত্ন কৰিছিল। তেখেতৰ এনে মহান্ প্ৰচেষ্টাৰ ফলতে অনুষ্ঠানৰ কাম ইমান উন্নত পৰ্য্যায়ত উঠিছিল যে, ১৯১৫ চনত, যেতিয়া তেখেতৰ মৃত্যু হয়, তেতিয়া তাত ১৫০০ ছাত্ৰক ৩৮ ৰকমৰ বিভিন্ন বিষয়ৰ শিক্ষা দিয়া হৈছিল। তেতিয়া সেই অনুষ্ঠানৰ দু হেজাৰ একৰ মাটিৰ ওপৰত, এশতকৈও বেছি ঘৰ নিৰ্ম্মাণ কৰা হৈছিল।"

(আমেৰিকান ৰিপোটাৰ)

মাৰ্কিন মহান্ শিক্ষাবিদ্ বুকাৰটি ওৱাচিংটন আৰু আমাৰ ৺গগৈদেৱৰ কৰ্ম প্ৰেৰণা আৰু আদৰ্শৰ তুলনামূলক আলোচনা কৰিলেই, আমি ৺গগৈদেৱৰ আদৰ্শৰ মূল ভিত্তিৰ সম্বন্ধে যথেষ্ট

সহাঁৰি পাওঁ। অৱশ্যে ৺গগৈদেৱে সময় আৰু সুবিধাৰ অভাৱত ওৱাচিংটনৰ দৰে কামত সিমান কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে। ১৯৪০ চনত যেতিয়া ৺ভুবনচন্দ্ৰ গগৈদেৱৰ মৃত্যু হয়, তেতিয়া তেখেতৰ অনুষ্ঠানত ২৫০ জন ছাত্ৰক চাৰি-ৰকমৰ কাৰিকৰী বিদ্যাৰ (Carpentry, Weaving, Black-smithy Bell metal) শিক্ষা দিয়া হৈছিল। আৰু ৭ বিধ সাধাৰণ শিক্ষাৰ লগতে সঙ্গীত আৰু ছবি অকাৰ শিক্ষাও দিয়া হৈছিল। আটাইতকৈ গৌৰৱৰ কথা এই যে, ৺ভুবনচন্দ্ৰ গগৈদেৱে ১৯২৮ চনতে বিজ্ঞান আৰু হিন্দী শিক্ষাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি তেখেতৰ এই অনুষ্ঠানত উক্ত শিক্ষা দিয়াৰো ব্যৱস্থা কৰিছিল, যাক আজিহে আমাৰ দেশৰ শিক্ষাবিদ্‌সকলে অতি প্ৰয়োজনীয় বুলি অনুভব কৰিব পাৰিছে। উক্ত সময়ত অসমত তথা ভাৰতৰ কোনো স্কুলতে বিজ্ঞান আৰু হিন্দী শিক্ষাৰ প্ৰচলন নাছিল। ইযেই প্ৰমাণ কৰে দূৰদৰ্শী গগৈদেৱৰ নৱ শিক্ষা পদ্ধতিৰ মহান্ আদৰ্শক।

৺গগৈদেৱৰ মৃত্যুৰ সময়ত, তেখেতৰ এই অনুষ্ঠানৰ ১৬ বিঘা মাটিত দহটা প্ৰকাণ্ড (অস্থায়ী) ঘৰ নিৰ্ম্মাণ কৰা হৈছিল। দুটা ডাঙৰ অৰ্দ্ধস্থায়ী (semi permanent) ঘৰৰ ভেটিও হৈ উঠিছিল। লগতে এখন খেল-পথাৰ আৰু এটা ডাঙৰ পুখুৰী খন্দা হৈছিল। উক্ত পুখুৰীটি স্কুলৰ সীমা ৰেখাৰ ভিতৰতে হোৱাত ছাত্ৰসকলৰ খোৱা পানী যোগান ধৰাৰ লগে লগে অনুষ্ঠানৰ সৌন্দৰ্য্যও ৰক্ষা কৰি আহিছে।

৺গগৈদেৱৰ কৰ্ম্মজীবন ২২ বছৰ মাথোন আছিল যদিও, তেখেতে উক্ত অনুষ্ঠানৰ কামত মাত্ৰ ১৭ বছৰ কালহে অতিবাহিত কৰিবলৈ সুবিধা পাইছিল। তেখেতৰ কৰ্ম্মজীবনৰ এবছৰ গ'ল বন্দীশালত, দুবছৰ অসহযোগ আন্দোলনত আৰু দুবছৰ ভুগিলে বেমাৰত। আৰু এই দুবছৰীয়া শয্যাগত বেমাৰেই, তেখেতৰ নৱশিক্ষা পদ্ধতিৰ মহান্ আঁচনি আধৰুৱা কৰি, মাত্ৰ ৫১ বছৰ বয়সতে অকাল মৃত্যু ঘটালে। অসমৰ নিচিনা অনগ্ৰসৰ প্ৰদেশত মানুহৰ গুণৰ সমাদৰৰ অভাৱৰ মাজেদিও তেখেতে যিখিনি কৰি থৈ গ'ল তাৰ কাৰণেই তেখেত আমাৰ অশেষ শলাগৰ পাত্ৰ। বুকাৰ টী ওৱাচিংটনৰ দৰে সময় আৰু সুবিধাৰ লগতে দেশৰ পৰিস্থিতিয়ে সহায় কৰা হলে, হয়তো ৺গগৈদেৱে তেখেতৰ অনুষ্ঠানৰ বহুল উন্নতি সাধিব পাৰিলেহেতেন।

তথাপিও ৺গগৈদেৱে পাইপইচা হিচাপে, হাতত এটা ফুটা কড়ি নোহোৱাকৈয়ে, কেৱল উদ্যমেৰেই অতি কম সময়ৰ ভিতৰতে অনুষ্ঠানৰ কিমান যে উন্নতি সাধিছিল সেই বিষয়ে তলত উল্লিখিত কৰা পৰিদৰ্শক সকলৰ শলাগনিৰ পৰাই যথেষ্ট পৰিষ্কাৰ ধাৰণা পোৱা যাব।

## অনুষ্ঠানৰ আদৰ্শ সম্বন্ধে বিভিন্ন লোকৰ মন্তব্য

জয় জয়তে ১৯২৩ চনৰ নবেম্বৰ মাহৰ দুই তাৰিখৰ দিনা উক্ত সময়ৰ শিৱসাগৰৰ মহকুমাধিপতিদেৱে ৺গদৈদেৱৰ অনুষ্ঠান পৰিদৰ্শন কৰে।

তেখেতৰ পৰিদৰ্শন মন্তব্যত লিখিছিল (......I am very glad to learn that the school has made a good start....and I hope it will prove entirely self-supporting in time) অৰ্থাৎ অনুষ্ঠানৰ শুভ আৰম্ভনি দেখি মই অতিশয় সুখী হৈছো, আশা কৰো ই সময়ত সম্পূৰ্ণ আত্মনিৰ্ভৰশীলতাৰ প্ৰমাণ কৰিব।"

দ্বিতীয়তে সেই বছৰৰ ১৬ নবেম্বৰ দিনা শ্ৰীযুক্ত কুলধৰ চলিহা দেৱে (বৰ্ত্তমান অসম বিধান সভাৰ অধ্যক্ষদেৱে) ৵গগৈদেৱৰ অনুষ্ঠান পৰিদৰ্শন কৰি এই দৰে কৈছিল,....—"I have nothing but praise for this venture, I found Eight Fly Shuttle looms. Six of which were actually working.....In short it has all the necessary departments which are necessary in the struggle of life now a days" অৰ্থাৎ "মই এই নৱপ্ৰচেষ্টাক নশলাগি নোৱাৰোঁ। মই আঠখন ফ্লাই ছটল তাঁতৰ শাল দেখিছিলো। তাৰে ছ খনত সম্পূৰ্ণ কাম চলিয়েই আছিল। ....মুঠতে বৰ্ত্তমান দৈনন্দিন জীবন যুদ্ধৰ কাৰণে লাগতিয়াল সকলো বিভাগেই অনুষ্ঠানত আছে।"

সেই দৰেই ১৯২৪ চনৰ জানুৱাৰী মাহৰ ১৭ তাৰিখে অসমৰ উইভিং চুপাৰিণ্টেণ্ডেণ্ট এল, এম, সুন্দৰম্ ডাঙৰীয়াই ৵গগৈদেৱৰ অনুষ্ঠান পৰিদৰ্শন কৰি তেখেতক অশেষ প্ৰশংসা কৰে। "I was much pleased to pay a visit to the

Polytechnic Institution at Chunpura this afternonn. Students besides general Education, receive instruction on Weaving and Carpentry. ...The financial situation of the school is poor and the school has a great future and deserves encouragement. The Manager Mr. B. C. Gogoi deserves praise for this bold venture." অর্থাৎ "আজিৰ বিয়লি চূনপোৰা পলিটেকনিক অনুষ্ঠান পৰিদৰ্শন কৰিবলৈ পাই অতিশয় সুখী হৈছো। সাধাৰণ শিক্ষাৰ উপৰিও ছাত্ৰ সকলে তাঁতৰ আৰু কাঠৰ কামৰ শিক্ষা পায়। স্কুলৰ আৰ্থিক অবস্থা শোচনীয় যদিও, আগত উজ্জ্বল ভবিষ্যত আৰু উত্তোগ ৰাখিছে। এই মহান্ উদ্যোগৰ কাৰণে মেনেজাৰ ৺ভুবনচন্দ্ৰ গগৈদেৱ প্ৰশংসাৰ পাত্ৰ।"

শ্ৰীসুন্দৰম্ দেৱে ১৯২৫ চনৰ এপ্ৰিল মাহৰ ২৪ তাৰিখে পুনৰ ৺গগৈদেৱৰ অনুষ্ঠান পৰিদৰ্শন কৰি লিখিছিল, "মই পলিটেকনিক অনুষ্ঠানখন দ্বিতীয়বাৰ পৰিদৰ্শন কৰিবলৈ আহি দেখি সুখী হলো যে অনুষ্ঠানখনি চূণপোৰাৰ পৰা শিৱসাগৰলৈ তুলি অনা হল আৰু তেতিয়াৰে পৰা অনুষ্ঠানৰ বহুতো উন্নতি হৈছে। ইয়াত ৭খন তাঁত শালত কাম চলি আছে আৰু ৩ খনত মুগা কাপোৰ বোৱা হয়। ৩৫জন ছাত্ৰই তাঁত শিল্পৰ শিক্ষা গ্ৰহণ কৰিছে। মই বিশ্বাস কৰো লোকেল বোৰ্ড আৰু মিউনিচিপেল বোৰ্ডে এনেকুৱা লাগতিয়াল অথচ নিচেই কেচুৱা

অবস্থাত থকা অনুষ্ঠানটীক বছেৰেকীয়া সাহায্য দিব আৰু বাইজেও অসমত এনে এখন আদৰ্শমূলক অনুষ্ঠানক বৰঙনি যোগাব।"

১৯২৫ চনৰ নবেম্বৰ মাহৰ ১৯ তাৰিখে শ্ৰীযুক্ত প্ৰমোদ চন্দ্ৰ দত্ত (Minister Local Self Government) দেৱে ৺গগৈদেৱৰ নৱ অনুষ্ঠান পৰিদৰ্শন কৰি এই বুলি মন্তব্য প্ৰকাশ কৰিছিল,—"I wanted to see an institution of this kind at work, and from what I find here I am convinced that such institutions are not only possible but really the things that are most wanted in the country. The Manager is carrying on the work at a great personal sacrifice and deserves all help and encouragement. It is education of this type that we need for our villages. The really intelligent boys only go up to the University from here, while the generality will not only have some literary education but useful knowledge in handicrafts which will enable them to earn their livelihood. I make a contribution of Rs. 100 to the School."

অৰ্থাৎ—"মই কাৰ্য্যতঃ এনে ধৰণৰ অনুষ্ঠানহে চাবলৈ বিচাৰিছিলো, আৰু মই ইয়াত যি দেখিলো, তাৰ পৰা মোৰ বিশ্বাস

হয় যে, এনেকুৱা অনুষ্ঠান কেবল সম্ভৱ পৰেই নহয়,—আমাৰ গাওঁবিলাকৰ কাৰণে ই অপৰিহাৰ্য্যও। এই অনুষ্ঠানৰ মেনেজাৰে মহান্ ব্যক্তিগত স্বাৰ্থত্যাগেৰে অনুষ্ঠানটি চলাই নিছে আৰু তেখেতে সকলোৰে সহায় আৰু উৎসাহ পোৱা উচিত। ঠিক এনে ধৰণৰ শিক্ষাহে আমাৰ গাওঁবিলাকত দৰকাৰ। ইয়াৰ পৰা অতি মেধাবী ছাত্ৰ সকলেহে বিশ্ববিদ্যালয়ৰ শিক্ষা লবলৈ যাব পাৰে, আৰু সাধাৰণ ছাত্ৰ সকলে, কিছু সাধাৰণ শিক্ষা পোৱাৰ লগে লগে কাৰিকৰী বিদ্যাৰ উপযোগী জ্ঞানো ও লাভ কৰিব পাৰে, যিটোৱে তেওঁলোকৰ জীৱন ধাৰণৰ পথ লবলৈ সমৰ্থবান কৰে। মই অনুষ্ঠানৰ কাৰণে এটি এশটকীয়া সাহায্য আগ বঢ়ালোঁ।”

১৯২৭ চনৰ ১৩ই জানুয়াৰী সেই সময়ৰ অসমৰ ৰাজ্যপালে (Governor) ৺গগৈদেৱৰ অনুষ্ঠানৰ বিষয়ে লিখিছিল ?—

**It has grown considerably since my last visit two years ago......There is no doubt that the School has impresed itself on a considerable section of the public as an institution working in right lines and likely to meet a real need. The carpentry and weaving done by the boys seem to me distinctly creditable......The Manager deserves great credit for his self sacrificing labour and I congratulate him on his success**

in his, activities in this interesting experiment."
অৰ্থাৎ "মোৰ গত দুবছৰৰ আগৰ পৰিদৰ্শনৰ পাছত অনুষ্ঠান খনিয়ে যথেষ্ঠ উন্নতি সাধিছে। অনুষ্ঠান খনিয়ে আচল পথে দিয়েই চলিছে, আৰু এই অনুষ্ঠানে মানুহৰ প্ৰকৃত অভাব দূৰ কৰিব যে পাৰিব, এইটোৱে সৰহ সংখ্যক ৰাইজৰ মনত যে প্ৰভাৱ বিস্তাৰ কৰিছে তাত অকনো সন্দেহ নাই। ছাত্ৰ সকলে কৰা তাঁতৰ আৰু কাঠৰ কাম বিলাক সচাকৈয়ে প্ৰশংসনীয়। অনুষ্ঠানৰ মেনেজাৰ তেখেতৰ নিঃস্বাৰ্থ কামৰ বাবে অশেষ ধন্যবাদৰ পাত্ৰ। মই তেখেতৰ এই মনোৰঞ্জক পৰীক্ষামূলক কাৰ্য্যৰ কৃতকাৰ্য্যতাত অভিনন্দন জনাইছোঁ।"

১৯২৭ চনৰ আগষ্টৰ ২৭ তাৰিখৰ দিনা ৺গগৈদেৱৰ অনুষ্ঠানৰ পৰিদৰ্শন মন্তব্যত শ্ৰীলক্ষ্মীনাথ শৰ্ম্মা এম এল এ দেৱে লিখিছিল;
—I was quite pleased with what I saw. For want of funds Sjt. B. C. Gogoi has failed to materialise many projects he has in his contemplation. The Public and the Government, I think, should liberally help and encourage this institution which is an urgent necessity for the improvement of the economic condition of the Subdivision. We want such institutions in all the Subdivisions, if not in all the moujas. To me such institutions are more valuable and

useful than the existing high schools. I wish such an institution should be given proper footing and start even by closing a few high schools which are not so much useful as this Institution. I congratulate Mr. Gogoi for his adventurous efforts to give a practical shape to this useful institutlon." অর্থাৎ "মই যি দেখিলোঁ সঁচাকৈয়ে ভাল লাগিল। পুঁজিব অভাৱত ভুবনচন্দ্ৰ গগৈদেৱে তেখেতব কল্পিত বহুত আঁচনি কাৰ্য্যত পৰিণত কৰিব পৰা নাই। মই ভাবো ৰাইজে আৰু চৰকাৰে মুক্ত হস্তে এই অনুষ্ঠানক সহায় আৰু উৎসাহিত কৰা যুগুত, কিয়নো ই মহকুমাৰ আৰ্থিক উন্নতি সাধনত অতি প্ৰয়োজনীয়। প্ৰত্যেক মৌজাত নহলেও অন্ততঃ মহকুমাই প্ৰতি এনেকুৱা এখনকৈ অনুষ্ঠান আমাক লাগে। এই অনুষ্ঠান আমাৰ প্ৰচলিত হাই-স্কুল বিলাকতকৈ অধিক লাগতীয়াল, মোৰ বোধেৰে এই অনুষ্ঠানতকৈ বেছি উপযোগী নহয় তেনে কিছু হাই স্কুল বন্ধ কৰি হলেও এই ধৰণৰ অনুষ্ঠানক যোগ্য প্ৰতিষ্ঠাপনেৰে আৰম্ভন কৰা উচিত। ৺গগৈদেৱে এনে এখন প্ৰয়োজনীয় অনুষ্ঠানক এটি বাস্তৱ ৰূপ দিবলৈ কৰা সজ প্ৰচেষ্টাৰ বাবে তেখেতক মই ধন্যবাদ জ্ঞাপন কৰিছোঁ।"

১৯২৯ চনৰ এপ্ৰিল মাহৰ ২৩ তাৰিখে জি এ স্মল চাহাবে (Mr. G. A Small, D.P.I. of Assam) গগৈদেৱৰ অনুষ্ঠানৰ প্ৰতি সহানুভূতি দেখুৱাই কৈছিল—"I hope it

will be possible to increase the Govt. Grant this year, The work of the school is satisfactory and its future in its new home seems likely to be bright. If I can find fund I shall be glad to help it."—অৰ্থাৎ "মই আশা কৰোঁ চৰকাৰী সাহায্য এই বছৰত বঢ়াব পৰা হব। স্কুলৰ কাম সন্তোষজনক আৰু এই নতুন বহাত ইয়াৰ ভবিষ্যৎ উজ্জ্বল বুলিবই পাৰি। মই এই অনুষ্ঠানক সহায় কৰিব পাৰিলে নিজেই পৰম সন্তোষ লভিম।"

১৯২৯ চনৰ নবেম্বৰ মাহত জনাব এ, হেমিদ চাহাবে ( উক্ত সময়ৰ শিক্ষা বিভাগৰ মন্ত্ৰী ) ৺গগৈদেৱৰ স্কুল চাই মোহিত হৈছিল আৰু ইয়াৰ উজ্জ্বল ভবিষ্যত কামনা কৰি এই বুলি লিখিছিল :—This institution is doing admirable work. All wel-wishers of the Province should look on the experiment with interest. I think it is working in right lines and in future similar institutions would multiply. Both Public and Government should actively co-operate to make the experiment a success. I wish, it progress and grant Rs. 50/- from my D.A." অৰ্থাৎ—অনুষ্ঠান খনিয়ে প্ৰশংসনীয় কাম কৰিছে। প্ৰদেশৰ সকলো হিতাকাঙ্ক্ষীয়েই এই নব প্ৰচেষ্টাৰ কাৰ্য্যত সহযোগ কৰা



পলিটেকনিক্ বিল্ডিং, শিৱসাগৰ

উচিত। মোৰ বোধেৰে অনুষ্ঠানটিয়ে ঠিক পথেই অনুসৰণ কৰিছে আৰু ভবিষ্যতে ই প্ৰসাৰতা লাভ কৰিব পাৰিব। এই প্ৰচেষ্টাক কৃতকাৰ্য্যতালাভ কৰাবলৈ, চৰকাৰ আৰু বাইজ দুয়ো সক্ৰিয়ভাৱে সহযোগ কৰা দৰকাৰ। মই অনুষ্ঠানৰ উন্নতি কামনা কৰি মোৰ আচুতীয়া পুঁজিৰ পৰা ৫০৲ টকা দৰ্প মঞ্জুৰ কৰিলো।"

১৯৩৫ চনৰ জানুৱাৰী মাহত উক্ত সময়ৰ অসমৰ শিল্প বিভাগৰ উপদেষ্টা দেৱে গগৈদেৱৰ উদ্যোগ আৰু ধৈৰ্য্যক প্ৰশংসা কৰি এই দৰে লিখিছিলে—"Sreejut B. C. Gogoi is fighting against all odds to make success of an experiment which is novel and unique of its kind in the Province......The institution deserves all encouragement and I am glad to congratulate Sreejut B. C. Gogoi for his dogged perseverance which has given him the success —he so well deserves." অৰ্থাৎ "শ্ৰীযুত ভুবনচন্দ্ৰ গগৈয়ে অসমৰ একমাত্ৰ নতুন ধৰণৰ অনুষ্ঠানখনিক সম্পূৰ্ণাঙ্গ কৰিবলৈ নানান্ বিপদ-বিপৰ্য্যয়ৰ বিৰুদ্ধেই সংগ্ৰাম কৰিছে। অনুষ্ঠানটিয়ে সকলো ধৰণৰ উৎসাহ পোৱা উচিত। মই গগৈদেৱক তেখেতৰ নেৰানেপেৰা চেষ্টাৰ কাৰণে শলাগ জনাইছোঁ। এই একনিষ্ঠতাই তেখেতক কৃতকাৰ্য্য কৰি তুলিছে আৰু তেখেত তাৰ বাবে অশেষ ধন্যবাদৰ পাত্ৰ।"

১৯৩৬ চনৰ নবেম্বৰ মাহত উক্ত সময়ৰ অসমৰ স্কুল বিভাগৰ সুৰমা উপত্যকাৰ ইনস্পেক্টৰ মহোদয় দেৱে ৺গগৈদেৱৰ অনুষ্ঠান পৰিদৰ্শন কৰিবলৈ পাই তেখেতৰ সপোনকে যেন দিঠকতে দেখিবলৈ পাইছিল এনেহে অনুভৱ কৰিছিল, সেয়েহে তেখেতে পৰিদৰ্শন মন্তব্যত লিখিছিল :—"I am exceedingly delighted to find one of my dreams very successfully and effectively translated into action in the Polytechnic School of Sibsagar, founded and managed by Sreejut B. C. Gogoi. Words fail me to give an adequate expression of feeling of wonder, admiration and reverence excited by the great Enterprise of a noble idealist and practical business expert, who has set a lofty example for our young men in the field of living and useful education.........The motto of "dignity of labour" is put here in actual practice very admirably. I wish the school every success." অৰ্থাৎ "শ্ৰীযুক্ত ভুবনচন্দ্ৰ গগৈৰ দ্বাৰা প্ৰতিষ্ঠাপিত আৰু পৰিচালিত অসম পলিটেকনিক স্কুলে, মোৰ সপোনক অতি কৃতকাৰ্য্যতাৰে বাস্তৱলৈ ৰূপান্তৰিত কৰা দেখিবলৈ পাই মই অতিশয় আনন্দিত হৈছো। ...মহৎ আদৰ্শ আৰু বাস্তৱবাদীৰ

কাৰ্য্যত নিপুণ, যিজনে আমাৰ ডেকাসকলৰ জীৱন নিৰ্ব্বাহৰ পথত আৰু উপযোগী শিক্ষাৰ ক্ষেত্ৰত এক জ্বলন্ত উদাহৰণ দিছে, তেখেতৰ সেই উদ্যোগে উদ্দীপিত কৰা অশেষ প্ৰশংসাৰ আৰু শ্ৰদ্ধাৰ অনুভূতিক প্ৰকাশ কৰিবলৈ মোৰ ভাষাই নাই। পৰিশ্ৰমৰ মৰ্য্যাদাৰ যি আদৰ্শ বাক্য আছে তাক ইয়াত প্ৰকৃত কাৰ্য্যত পৰিণত কৰা হৈছে। মই অনুষ্ঠানৰ সকলো ধৰণৰ কৃতকাৰ্য্যতাৰ কামনা কৰিলোঁ।"

১৯৩৯ চনৰ নবেম্বৰ মাহত আমাৰ লোকপ্ৰিয় গোপীনাথ বৰদলৈ দেৱে গগৈদেৱৰ অনুষ্ঠানৰ কাৰ্য্যত মুগ্ধ হৈ লিখিছিল :—
I had been to this institution even before today ....The school has always impressed me as one run in right lines. The report of the local officers is that students going out of this school do not trouble for service and that those who go back to their villages are better and more useful to the village life. The students are reported to have also joined in social service work. The technical section is labouring under great handicap. I recognise the utility of this section and propose a grant of Rs. 125/- towards its improvement from my D. A." অৰ্থাৎ "মই ইয়াৰ আগেয়েও ইয়ালৈ আহিছোঁ।

অনুষ্ঠান খনে প্ৰকৃত পথ অনুসৰণ কৰি মোক সদায়ে মুগ্ধ কৰি আছে। স্থানীয় অফিচৰ কৰ্ম্মচাৰী সকলৰ মতে, এই অনুষ্ঠানৰ ছাত্ৰসকলে চাকৰি বিচাৰি আমনি নিদিয়েগৈ, আৰু যি সকল গাঁৱলৈ ঘুৰি যায় তেওঁলোকেও গাৱলীয়া উন্নত জীৱন ধাৰণ কৰিবলৈ উপযুক্ত হয়গৈ। ছাত্ৰসকলে সমাজসেৱা কামতো লাগে। কাৰিকৰী বিভাগটোৱে এক ডাঙৰ অন্তবায়ৰ মাজেদি চলিছে। এই বিভাগৰ প্ৰয়োজনীয়তা মই স্বীকাৰ কৰোঁ, গতিকেই মই ইয়াৰ উন্নতি কামনা কৰি মোৰ আচুতীয়া পুঁজিৰ পৰা এটা ১২৫ টকীয়া সাহায্য আগবঢ়াইছোঁ।”

এই দৰেই অসমৰ বিভিন্ন বিভাগীয় পৰিদৰ্শক সকলে ৺গগৈদেৱৰ নতুন ধৰণৰ অনুষ্ঠান পৰিদৰ্শন কৰি, অশেষ উৎসাহ-মন্তব্য বাণীৰে আৰু আৰ্থিক সাহায্যেৰে সহানুভূতি দেখুৱাই উৎসাহিত কৰাৰ উপৰিও ভাৰতৰ বিভিন্ন প্ৰদেশৰ দেশবিখ্যাত লোকসকলে ৺গগৈদেৱৰ অনুষ্ঠান পৰিদৰ্শন কৰি তেখেতক সৎউদ্দীপনাৰে উদ্দীপিত কৰি অনুষ্ঠানৰ প্ৰতি সহানুভূতি দেখুৱাইছিল।

জয় জয়তে ৰত্নগৰ্ভা গুজৰাটৰ অসাধাৰণ সমাজসেৱী অমৃতলাল ঠক্কৰে ১৯৩৩ চনৰ আগষ্ট মাহত ৺গগৈদেৱৰ অনুষ্ঠান পৰিদৰ্শন কৰিবলৈ আহে। তেখেতে ৺গগৈদেৱৰ অনুষ্ঠানে এনে এখন অনগ্ৰসৰ প্ৰদেশত এনেদৰে গা কৰি অহা দেখি আচৰিত হৈ লিখিছিল:—“A very practical institution, in a not advanced Province, conducted

in a very silent way, by a nationally-minded gentleman, the unique of its kind in the whole province, in a very modest way.....We want hundreds of such manual training schools, instead of the ordinary high schools manufacturing clerks at the best. Dignity of labour, handi work and production by one's hands, are wanting in our country. This school supplies the want in a very unassuming simple but very effective way. May it grow and expand to many times its present strength." অৰ্থাৎ "এজন জাতীয় ভাবাপন্ন ভদ্ৰলোকে এখন অনগ্ৰসৰ প্ৰদেশত, অতি সাধাৰণ উপায়েৰে আৰু নীৰৱভাৱে পৰিচালনা কৰা ই এখন বাস্তৱ অনুষ্ঠান। কেৱল কেৰাণী তৈয়াৰ কৰা সাধাৰণ হাইস্কুলৰ পৰিবৰ্ত্তে আমাৰ এনে প্ৰশিক্ষনৰ স্কুল শহ শহ লাগে। আজি আমাৰ দেশত পৰিশ্ৰমৰ মৰ্য্যাদা, হাতৰ কাম, আৰু নিজ হাতৰ তৈয়াৰী বস্তুৰ অভাৱ। এই অনুষ্ঠানে অতি সাধাৰণ উপায়ে অথচ অধিক ফলদায়ক ৰূপে ইয়াৰ অভাৱ পূৰণ কৰিছে। ই যেন বৰ্ত্তমানৰ অৱস্থাতকৈ অধিক প্ৰসাৰতা লাভ কৰে।"

১৯৩৭ চনৰ ডিসেম্বৰ মাহৰ তিনি তাৰিখে বৰ্ত্তমান ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীজহৰলাল নেহেৰুৱে ৺গগৈদেৱৰ এই অনুষ্ঠান

পৰিদৰ্শন কৰি সন্তোষ লাভ কৰে আৰু অনুষ্ঠানৰ প্ৰতি শুভেচ্ছা জ্ঞাপন কৰে।

এইদৰে ভাৰতৰ বিভিন্ন প্ৰদেশৰ বিভিন্ন লোক সকলে ৺গগৈদেৱৰ মহৎ অনুষ্ঠানক শলাগ জনোৱাৰ উপৰিও সুদূৰ আমেৰিকাৰ যুক্তৰাজ্যৰ প্ৰসিদ্ধ লোকেও অনুষ্ঠানটি চাই সন্তোষ লাভ কৰিছিল।

১৯৩৬ চনৰ জুন মাহত আমেৰিকাৰ হাৰবাৰ্ড বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব অনুসন্ধান সমিতিৰ (Resarch Association in Anthopology) পৰা মিঃ গৰ্ডন টি বাওৱেলছ পি এইচ্ ডি দেৱে ডেখেতৰ পত্নী সহ এই অনুষ্ঠান পৰিদৰ্শন কৰি অনুষ্ঠানৰ প্ৰতি শলাগ জনাই এইদৰে মন্তব্য প্ৰকাশ কৰিছিল :—We have been very favourably impressed by the Poly-tecynic School under Mr. Gogoi's able guidance. The School has rescued from oblivion many of Assam's ancient arts and has brought these into useful course and into everyday—life" অৰ্থাৎ "গগৈদেৱৰ নিপুণ তত্বাবধানত পৰিচালিত অসম পলিটেকনিক অনুষ্ঠানখনিয়ে সঁচাকৈয়ে আমাক বৰ মোহিত কৰিলে। অনুষ্ঠানখনিয়ে বিস্মৃতিৰ গৰ্ভত অন্তৰ্হিত হোৱা অসমৰ বহুতো পুৰনি শিল্প উদ্ঘাটন কৰিছে আৰু এই বিলাকক দৈনন্দিন জীৱনৰ ব্যৱহাৰৰ উপযোগী কৰি তুলিছে।"

ইয়ে আছিল ৺গগৈদেৱৰ জীৱনৰ আগমুহূৰ্ত্তলৈকে ডেখেতৰ

অনুষ্ঠানৰ প্ৰতি বিভিন্ন দেশৰ প্ৰসিদ্ধ লোকসকলে কৰা কেইটা-মান অতি লাগতিয়াল মন্তব্য। ইয়াৰ বাদেও তেখেতৰ মৃত্যুৰ পিছতো বাবা বাঘৰ দাস, কাকা কালেলকাৰ আদি বহুত গণ্যমান্য লোকে ৺গগৈদেৱৰ অনুষ্ঠানৰ মহৎ আদৰ্শত মুগ্ধ হৈ সকলো ধৰণৰ উৎসাহ উদ্দীপনা যোগাইছিল। অৱশ্যে পুথিৰ কলেবৰ বৃদ্ধি হোৱাৰ ভয়ত, সেই সকলো বিলাককে ইয়াত উদ্ধৃত কৰিব পৰা নহল। ৺গগৈদেৱেও অশেষ কষ্ট স্বীকাৰ কৰি হলেও অনুষ্ঠানক আগুৱাই নিয়াত নেৰানেপেৰা চেষ্টা কৰিছিল। কিন্তু কৰিলে হব কি? মানুহে মনে পতা পুখুৰীত পানী খাবলৈ নাপায়। ৺গগৈদেৱৰো সেয়ে হ'ল। তেখেতৰ মহান্ শিক্ষাৰ আঁচনিৰ পাতনি মেলোতেই নিয়তিয়ে তেখেতৰ সকলো কাম আধৰুৱা কৰি ১৯৪০ চনৰ ৯ জুলাইৰ দিনা অকালতে মৃত্যু বৰণ কৰালে।

---



# জনহিতকৰ কামত ৺গগৈদেৱ

চুণপোৱাৰ পৰা শিৱসাগৰৰ নগৰলৈ ৺গগৈদেৱৰ অনুষ্ঠান তুলি অনাৰ লগে লগে গোটেই শিৱসাগৰ নগৰখনতে কি নতুন ধৰণৰ পৰিবেশৰ সৃষ্টি হল। ছাত্ৰ সকলে অনুষ্ঠানৰ নিয়ম-প্ৰণালী অতি দৃঢ়ভাৱে পালন কৰিবলৈ ধৰিলে। পুৱা ৪ বজাতে উঠি প্ৰাৰ্থনা আৰু কছৰৎ কৰাৰ পিছত গোটেই নগৰতে সদায়ে এপাক ফুৰাৰ (morning walk) অভ্যাস কৰিলে। এইদৰে ৺গগৈদেৱৰ ছাত্ৰসকলে নগৰৰ মানুহৰ আগত ধল পুৱাতে এবাৰ দেখা কৰাটোৱে নগৰৰ মানুহৰ মনত এক নতুন ধাৰণাৰ সৃষ্টি কৰিছিল। বিশেষকৈ ১৯২৭ চনৰ শিৱসাগৰত থকা মহকুমাধিপতি আব্দুলমজিদ চাহাবক ৺গগৈদেৱৰ ছাত্ৰ-সকলে ধলপুৱাতে বৰপুখুৰীৰ পাৰত ফুৰা দৃশ্যটোৱে বৰকৈ মুগ্ধ কৰিছিল। তেখেতে ছাত্ৰবিলাকক আৰু বেছি উৎসাহিত কৰিবৰ বাবে ৺গগৈদেৱৰ ওচৰলৈ আহি, পুখুৰীৰ পাৰত এক দৌৰৰ প্ৰতিযোগিতা কৰিবৰ বাবে প্ৰস্তাৱ কৰিলেহি। ৺গগৈদেৱেও সম্মতি প্ৰকাশ কৰাত অতি সোনকালেই নগৰৰ গণ্যমান্য লোকৰে এখন "পুখুৰীপাৰ দৌৰ কমিটী গঠন কৰিলে। ইয়াত লৰা বুঢ়া ছুটা দ'ল কৰি প্ৰতিযোগিতা কৰোৱা স্থিৰ হ'ল। এইটো বৰ আনন্দৰ বিষয় আছিল যে, এই

প্ৰতিযোগিতাত নগৰৰ হাকিম, উকীল, মুক্তিয়াৰ শিক্ষককে আদি কৰি সকলো ভদ্ৰলোকেই সহযোগিতা কৰিছিল। লৰাৰ দলত অসমৰ সুসন্তান সাহিত্যিক ৺মাধৱ চন্দ্ৰ বেজবৰুৱা দেৱে প্ৰথম পুৰস্কাৰ লাভ কৰিছিল। দ্বিতীয় পুৰস্কাৰ পাইছিল ৺গগৈদেৱৰ বোৰ্ডিংবাসী, গুণমুগ্ধ ছাত্ৰ শ্ৰীমান্ লম্বোধৰ গোঁহায়ে।

ইয়াৰ বাদেও ৺গগৈদেৱৰ ছাত্ৰসকলে নগৰৰ সভা সমিতি উৎসৱ আদিত আগ ভাগ লৈ, মানুহৰ বিপদ আপদত সততে সহায়কৰি, সমাজ সেৱাৰ কামত ব্ৰতী হৈছিল। আনকি কোনোবা মানুহৰ ঘৰত বা হস্পিটেলতো বেমাৰীক পৰ দিব লগা হৈছিল। এইদৰেই স্কুলৰ বাহিৰে ভিতৰে ছাত্ৰশিক্ষক সকলোৱে অবিৰাম কৰ্ম্মগতিত জীৱন উটুৱাই দিছিল। ইয়াৰ মাজেদি ছাত্ৰ সকল মহান্ ত্যাগী আৰু সমাজসেৱী হিচাপে গঢ়ি উঠিছিল। আৰু নগৰৰ মানুহবিলাকেও ৺গগৈদেৱৰ ছাত্ৰসকলক প্ৰকৃত সমাজসেৱী হিচাপেই গ্ৰহণ কৰিছিল।

---

# শিৱসাগৰ প্ৰদৰ্শনী

১৯২১ চনৰ গণ আন্দোলনৰ পাছত কংগ্ৰেছ কিছুদূৰ হতাশ হৈ পৰিছিল। ফলত কংগ্ৰেছৰ প্ৰতি ৰাইজৰ সহানুভূতি কিছু কমি আহিল। গতিকেই নগৰৰ নেতা সকলে জন-সাধাৰণৰ মাজত জাগৰণ তুলিবলৈ চিন্তা কৰিবলৈ ধৰিলে। শিৱসাগৰত ৺গগৈদেৱ আৰু বৰ্ত্তমান 'শিৱসাগৰ কলেজ'ৰ অধ্যক্ষ শ্ৰীযুত পদ্মধৰ চলিহাদেৱকে আদি কৰি নগৰৰ গন্যমান্য লোক সকলে আলোচনা কৰি শিৱসাগৰত এখন ডাঙৰ প্ৰদৰ্শনী পাতিবলৈ স্থিৰ কৰে। প্ৰদৰ্শনী পৰিচালনা কৰিবৰ কাৰণে বিভিন্ন বিভাগত ছজন সম্পাদক নিযুক্ত কৰি এখন শকত পৰিচালনা কমিটী গঠন কৰা হয়। ৺গগৈদেৱ আছিল উক্ত পৰিচালনা কমিটিৰ অন্যতম সাধাৰণ সম্পাদক। আন কেইজন (সাধাৰণ সম্পাদক আছিল—শ্ৰীপদ্মধৰ চলিহা, শ্ৰীপীতাম্বৰ হাজাৰিকা, শ্ৰীভূপেন্দ্ৰনাথ ঘোষ, শ্ৰীৰামচন্দ্ৰ বৰা আৰু মোঃ ৰফিমুদ্দিন আহমদ। কিন্তু প্ৰদৰ্শনীৰ অৰ্থ বিভাগৰ গধুৰ দায়িত্ব ৺গগৈদেৱৰ ওপৰতে পৰিছিল আৰু প্ৰদৰ্শনী-বিভাগৰ দায়িত্ব পৰিছিল শ্ৰীযুত পদ্মধৰ চলিহা দেৱৰ ওপৰত। দুয়োজনে এই গুৰু-দায়িত্ব সাহসেৰে মূৰ পাতি লৈ অসীম উৎসাহেৰে প্ৰদৰ্শনীৰ সকলো আয়োজন কৰিলে আৰু ১৯২৯ চনৰ ফেব্ৰুৱাৰী

মাহত ৺গগৈদেৱে নতুনকৈ চৰকাৰৰ পৰা পোৱা ১৬ বিঘা মাটিত, বৰ্ত্তমান অনুষ্ঠানৰ ভেটিতে প্ৰদৰ্শনী পাতিবলৈ স্থিৰ কৰিলে। যথাসময়ত বিপুল আয়োজন আৰু জনসমাগমেৰে ২১ ফেব্ৰুৱাৰীৰ দিনা উক্ত সময়ৰ অসমৰ কমিচনাৰৰ দ্বাৰা প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰা হয়। প্ৰদৰ্শনীৰ মূল সভাৰ সভাপতিত্ব কৰিছিল, শ্ৰীশ্ৰীগড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভুৱে। প্ৰদৰ্শনী ২১ ফেব্ৰুৱাৰীৰপৰা আৰম্ভ কৰি ২৮ ফেব্ৰুৱাৰী লৈকে ৰাতিয়ে-দিনে আঠ দিন ধৰি চলিছিল। প্ৰদৰ্শনীত মুঠ ২৫০ খন বিভিন্ন ধৰণৰ পোহাৰ বহিছিল। নদীয়া জিলাৰ কৃষ্ণনগৰৰ পৰা জগত বিখ্যাত মাটীৰ মূৰ্ত্তি প্ৰস্তুতকাৰী আহি পোহাৰ দিছিলহি। চৰকাৰৰ কৃষি-বিভাগ, শিল্পবিভাগ, তাঁত বিভাগ আদিয়েও প্ৰদৰ্শনীত সহযোগ কৰিছিল। কলিকতাৰ পৰাও বিভিন্ন ধৰণৰ বিভিন্ন পোহাৰ বহিছিলহি। প্ৰদৰ্শনী খন এনে শৃঙ্খলা আৰু কৃতকাৰ্য্যতাৰে চলিছিল যে অসমত আৰু এনে ডাঙৰ আৰু শৃঙ্খলাপূৰ্ণ প্ৰদৰ্শনী আজিলৈকে হোৱাই নাই বুলিব পাৰি।

এই দৰেই সকলো ধৰণৰ প্ৰদৰ্শনীৰ পোহাৰৰ উপৰিও অনেক নৃত্যগীত আদিৰও বিপুল আয়োজন হৈছিল। বৰিশালৰ পৰা বিখ্যাত অভিনেতা মুকুন্দ দাসকো ৰাতিয়ে পতি ৫০০৲ টকা দি অনোৱা হৈছিল। তেখেতৰ উদ্দীপনাপূৰ্ণ যাত্ৰাভিনয় চাই ৰাইজ সকল এনে মুগ্ধ হৈছিল যে, তেখেতক মাত্ৰ তিনি দিনৰ কাৰণে মাতি আনি, আৰু দুদিন বেছিকৈ ৰাখি যাত্ৰাভিনয় কৰোৱাৰ লগা হৈছিল। এনে ধৰণৰ নৃত্যগীতৰ বাদেও

প্ৰদৰ্শনীত বায়স্কুপো দেখুৱা হৈছিল। আউনি আটী সত্ৰৰ ভাঁওনা প্ৰদৰ্শনীৰ অন্যতম আকৰ্ষণ আছিল।

এই দৰেই বিপুল আয়োজনৰ আৰু জনসমাগমৰ মাজেদি সম্পাদক সকলৰ আৰু প্ৰদৰ্শনী কমিটিৰ পৰিচালনাত, এনে এখন ডাঙৰ প্ৰদৰ্শনী একেৰাহে আঠ দিন দিনে-ৰাতিয়ে চলি অলপো আউল নলগাকৈ অতি শৃঙ্খলা আৰু কৃতকাৰ্য্যতাৰে সমাপন হয়। ইয়েই প্ৰমাণ কৰে ৺গগৈদেৱৰ অসাধাৰণ কৰ্ম্মকুশলতা আৰু অসীম ধৈৰ্য্য।

---

## লোকেল বোৰ্ডৰ চেয়াৰমেন পদত

৺গগৈদেৱে তেখেতৰ নতুন পদ্ধতিৰ টেক্‌নিকেল স্কুলৰ যোগেদি ছাত্ৰ সকলক সাধাৰণ শিক্ষাৰ লগে লগে কাৰিকৰী বিদ্যাতো গোটেই দেশতে এক নৱ শিক্ষা পদ্ধতিৰ প্ৰবৰ্ত্তন কৰাৰ কথা কল্পনা কৰিছিল যদিও, তেখেতে কেৱল অনুষ্ঠানৰ কামতেই আবদ্ধ নাছিল, ইটোৰ পাছত সিটোকৈ ৰাইজৰ উপকাৰৰ অৰ্থে ৰাজহুৱা কাম বিলাকতো তেখেতে হাত দিছিল। তেখেতে সহকৰ্মী সকলৰ সহযোগত শিৱসাগৰ প্ৰদৰ্শনীখন অশেষ সফল-ভাবে সমাপন কৰাৰ ফল স্বৰূপে, কংগ্ৰেছৰ প্ৰতি ৰাইজৰ সহানুভূতি বঢ়াৰ লগে লগে ৺গগৈদেৱৰ ও জনপ্ৰিয়তা যথেষ্টৰূপে বাঢ়ি উঠিছিল। সেয়েহে ১৯৩২ চনত তেখেতে শিৱসাগৰ লোকেল ব'ৰ্ডৰ সভ্যপদ বিপুল ভোটত লাভ কৰে, আৰু উক্ত লোকেল বৰ্ডৰ চেয়াৰমেন হয়। এই চেয়াৰমেন পদেই তেখেতক ৰাইজৰ কাম কৰিবৰ বাবে এটা ডাঙৰ সুবিধা দিলে।

জয়জয়ে তেখেতে নিম্নপ্ৰাইমাৰী স্কুল বিলাকৰ উন্নতিৰ বিষয়ে চিন্তা কৰে, আৰু শিক্ষাদানৰ ক্ষেত্ৰত উৎসাহ দিবৰ বাবে, তেখেতে গোটেই মহকুমাৰ প্ৰাইমেৰী স্কুল সমূহৰ শিক্ষক সকলৰ

# অসম বিধান সভাৰ সদস্য পদত

৺ভুবন চন্দ্ৰ গগৈদেৱ শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতি হৈ থকা কাল ছোৱাতে শিৱসাগৰ কংগ্ৰেছৰ প্ৰতি ৰাইজৰ সহানুভূতি ইমান প্ৰৱলভাৱে বাঢ়ি আহিছিল যে, ১৯৩৬ চনৰ নিৰ্ব্বাচনত শিৱসাগৰ কংগ্ৰেছৰ ফালৰ পৰা দুজনকৈ কংগ্ৰেছী সদস্যই হেলাৰঙ্গে কৃতকাৰ্য্যতা লাভ কৰে। সেই দুজনেই হল, স্বৰ্গীয় ভুবন চন্দ্ৰ গগৈদেৱ আৰু শ্ৰীযুক্ত যাদৱ প্ৰসাদ চলিহাদেৱ। উক্ত সময়ত বৰদলৈ মন্ত্ৰীসভাত ৺গগৈদেৱে প্ৰধান সদস্য হিচাপে ঠাই পাইছিল। উক্ত বিধান সভাত তেখেত বিশেষকৈ শিক্ষাবিদ হিচাপেহে পৰিগণিত হৈছিল। সেয়েহে, তেখেতক বিধান সভাই গোটেই অসমৰ ছেকেণ্ডাৰী এডুকেশন কাৰিকুলামৰ আঁচনি এখন তৈয়াৰ কৰাৰ দায়িত্ব দিছিল। ৺গগৈদেৱেও প্ৰচলিত শিক্ষা ব্যৱস্থা পুঙ্খানুপুঙ্খৰূপে অধ্যয়ন কৰি আৰু তেখেতৰ অনুষ্ঠানৰ যোগেদি আহৰণ কৰা বাস্তৱ অভিজ্ঞতাৰে এখন অনুপম শিক্ষাৰ আঁচনি তৈয়াৰ কৰি ১৯৩৮ চনৰ ৩০ জুলাইৰ দিনা অসম বিধান সভাত দাঙ্গি ধৰিছিল। সেই আঁচনিখনক বৰদলৈ মন্ত্ৰীসভাই উচ্চ প্ৰশংসা কৰাৰ উপৰিও কলিকতাৰ বাতৰি কাকত "হিন্দুস্থান ষ্টেণ্ডাৰ্ডে"ও শলাগনি



শ্ৰীইন্দ্ৰেশ্বৰ চুতীয়া

প্ৰাক্তন হেড্‌মাষ্টাৰ

জনাইছিল। কিন্তু দুখৰ বিষয় যে উক্ত আঁচনি গ্ৰহণ কৰিবলৈ নৌপাওতেই বৰদলৈ মন্ত্ৰীসভাৰ পতন হল। আৰু নিয়তিৰ পৰিহাসত ৺গগৈদেৱৰ পুনৰ বিধান সভালৈ যোৱাৰ ভাগ্য নঘটিল।

আঁচনিখন দেশৰ প্ৰচলিত শিক্ষাৰ পৰিবৰ্ত্তে এক বহুমুখী শিক্ষাৰ ব্যৱস্থাৰ ভিত্তিত ৰচনা কৰা হৈছিল। যুগৰ চাহিদাৰে দেশৰ ভাবি নাগৰিক সকলে নিজৰ ৰুচি অনুযায়ী যাতে শিক্ষালাভ কৰি আত্মনিৰ্ভৰশীল হব পাৰে তাৰ কাৰণে, শিল্প, সঙ্গীত, সাহিত্য, বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ আঁচনি দাঙি ধৰা হৈছিল। লগতে প্ৰত্যেক বিষয়ৰ সুপৰিকল্পিত পাঠ্যক্ৰম ও আঁচনিখনত দিয়া হৈছিল। তাৰোপৰি আঁচনিখনৰ পাতনিৰ লগতে দেশৰ প্ৰচলিত শিক্ষা-ব্যৱস্থাত কেনে ধৰণৰ খুঁত আৰু কেৰোণ আছে আৰু তাক কেনেকৈ অনতিপলমে দূৰ কৰিব পাৰি ইত্যাদি বিলাকৰ তথ্য উদ্ঘাটন কৰিছিল আৰু পৰিষ্কাৰভাৱে তাৰ বিজ্ঞান-সম্মত বিশ্লেষণ দিছিল। কিন্তু দেশৰ দুৰ্ভাগ্যক্ৰমে ই কাৰ্য্যত পৰিণত হবলৈ নাপালে।

---

# গগৈদের আৰু শিৱসাগৰ কংগ্ৰেছ

৺ভুবনচন্দ্ৰ গগৈদেৱৰ জীৱন শিৱসাগৰ কংগ্ৰেছৰ লগতে ওতপ্ৰোত ভাৱে জড়িত। গতিকেই শিৱসাগৰ কংগ্ৰেছৰ ইতিহাস জানিবলৈ হলেই, ৺গগৈদেৱৰ জীৱনৰ সম্বন্ধে আগেয়ে জানিব লগা হয়। এক কথাত, যদি শিৱসাগৰ কংগ্ৰেছক গা গছৰ লগত তুলনা কৰা হয়, তেন্তে ৺গগৈদেৱক তাৰ প্ৰাণ বুলিব লাগিব। তেখেতৰ সৰল আৰু নিঃস্বাৰ্থ কৰ্ম্মপ্ৰেৰণাৰ বলতে শিৱসাগৰ কংগ্ৰেছে অতি কম দিনৰ ভিতৰতে দোপত-দোপে গা কৰি আহিছিল। তেখেতে যেনে উৎসাহেৰে আৰু উদ্যোগেৰে সৈতে কংগ্ৰেছত সোমাইছিল ঠিক তেনে অৱস্থাৰেই জীৱনৰ বিয়লি বেলালৈকে কংগ্ৰেছ আৰু জনসাধাৰণৰ সেৱাতে আত্মনিয়োগ কৰি জীৱন নিপাত কৰিলে। তেখেতে সাধাৰণ সভ্য হিচাপে কংগ্ৰেছত সোমোৱা নাছিল, সোমাই ছিল জিলা কংগ্ৰেছৰ সম্পাদকৰ পদ লৈ। আৰু সেই অনুক্ৰমেই তেখেতে অশেষ কষ্ট স্বীকাৰ কৰিও কংগ্ৰেছক দিনে দিনে আগুৱাই নিবলৈ ধৰিলে।

৺গগৈদেৱ নিজৰ প্ৰাণসম অনুষ্ঠানটি কিছুদিনৰ কাৰণে এৰি থাকিব লগা হোৱাৰ উপৰিও, অভিভাৱকৰ তীক্ষ্ণ দৃষ্টি

আৰু চোকা সমালোচনা আদি একোলৈকে ক্ষেপ নকৰি ১৯২১ চনতে কংগ্ৰেছ আন্দোলনত জপিয়াই পৰে। তেখেতে ঘৰ দুৱাৰ দুখ কষ্ট একোলৈকে ভ্ৰূক্ষেপ নকৰি, নিজৰ সৰ্ব্বস্ব ত্যাগ কৰিও গাঁৱে ভূঁয়ে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। গাঁও বিলাকত অলপদিনৰ ভিতৰতে কংগ্ৰেছৰ অলেখ কেন্দ্ৰ ( unit ) স্থাপন কৰিলে। গাঁৱৰ জনসাধাৰণ অতি সোনকালেই কংগ্ৰেছৰ মহান্ আদৰ্শত অনুপ্ৰাণিত হৈ স্বাধীনতাৰ সংগ্ৰামলৈ বুকু ফিন্দাই আগুৱাই আহিলে। অতি কম দিনৰ ভিতৰতে শিৱসাগৰৰ কংগ্ৰেছ সভ্যৰ সংখ্যা বাৰ হাজাৰৰ ওপৰলৈ উঠে। এইদৰেই ৺গঁগৈদেৱে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰি গাঁওবিলাকত ৰাজনৈতিক চেতনাৰ জাগৰণ দিয়াৰ উপৰিও সামাজিক কাম বিলাকতো যথেষ্ট উৎসাহ দিছিল। তেখেতৰ সৰল নেতৃত্বত শিৱসাগৰ কংগ্ৰেছে ইমান দ্ৰুতগতিৰে আগুৱাইছিল যে লোকপ্ৰিয় বৰদলৈদেৱে তেখেতক "১৯২১ চনৰ লেখত লবলগীয়া কংগ্ৰেছী" বুলি আখ্যা দিছিল ( "veteran of 1921" )

এনে নিঃস্বাৰ্থ কৰ্ম্যপ্ৰেৰণা আৰু নিৰ্ভীকতাৰ কাৰণেই কংগ্ৰেছৰ সকলো সভ্যই তেখেতক উপযুক্ত নেতা হিচাপে গণ্য কৰিছিল। তেখেতৰ উপদেশ আৰু নেতৃত্বক কোনো কংগ্ৰেছী সভ্যই অগ্ৰাহ্য কৰিবলৈ সাহ কৰিব নোৱাৰিছিল। তেখেতে যি আদেশকে দিছিল, তাকে সকলোৱে শ্ৰদ্ধাৰে প্ৰতিপালন কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। সেয়েহে তিনি-

বাবকৈ অপ্ৰতিদ্বন্দ্বিভাৱে, শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতি হোৱাৰ সুযোগ আদায় কৰিবলৈ সমৰ্থ হব পাৰিছিল। তেখেতৰ সভাপতিত্ব আৰু নেতৃত্বৰ বলতে গোটেই শিৱসাগৰত এশ খনৰো অধিক প্ৰাথমিক কংগ্ৰেছ কমিটী গঢ়ি উঠিছিল। ৺গগৈদেৱৰ পৰিচালনাত গাওঁ বিলাকত সংগঠনৰ কাম এনে শৃঙ্খলা আৰু দ্ৰুত গতিত চলিছিল যে, শিৱসাগৰ কংগ্ৰেছে উক্ত সময়ত গোটেই অসমতে সংগঠন কামত শীৰ্ষস্থান অধিকাৰ কৰিছিল। এনে অসীম কৰ্ম্মপ্ৰেৰণা আৰু সৰল নেতৃত্বৰ শলাগণিৰ নিদৰ্শন স্বৰূপেই তেখেতক সদৌ অসম প্ৰাদেশিক কংগ্ৰেছৰ সহকাৰী সভাপতিৰ পদত অধিষ্ঠিত কৰা হৈছিল।

৺গগৈদেৱ যেনে আছিল স্বদেশানুৰাগী, কংগ্ৰেছসেৱী আৰু জাতীয় ভাবাপন্ন কৰ্ম্মযোগী তেনে গঢ়তে গঢ়ি তুলিছিল তেখেতৰ নিচিনা কৰ্ম্মনিষ্ঠ জনদিয়েক ৰাজনৈতিক শিষ্য আৰু গুণগ্ৰাহী ছাত্ৰ। প্ৰমাণ হিচাপে তেখেতৰ মহান্ আদৰ্শত অনুপ্ৰাণিত হৈ কংগ্ৰেছ আৰু দেশৰ সেৱাতে আত্মনিয়োগ কৰা কেইজনমান দেশ কৰ্ম্মীৰ নাম উল্লেখ কৰিলেই বোধ হয় যথেষ্ট হব। তেখেতৰ মহান্ ত্যাগ আৰু আদৰ্শত অনুপ্ৰাণিত হৈ আজীৱন ৰাইজৰ সেৱাতে লাগি থকা শিৱসাগৰ কংগ্ৰেছৰ একনিষ্ঠ কৰ্ম্মী, বৰ্ত্তমান অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ প্ৰধান সম্পাদক শ্ৰীযুত ৰবীন্দ্ৰনাথ কাকতি এম, এল, এ, দেৱৰ নাম প্ৰথমেই উল্লেখ কৰিব লাগিব। সেইদৰেই বৰ্ত্তমান অসম বিধান সভাৰ সদস্য শ্ৰীযুত আনন্দচন্দ্ৰ বেজবৰুৱা, শিক্ষা

বিভাগৰ উপমন্ত্ৰী শ্ৰীযুত পূৰ্ণানন্দ চেতিয়া, গাওঁ উন্নয়ন বিভাগৰ মহকুমাধিপতি শ্ৰীযুত প্ৰিয়নাথ বৰুৱা, জয়সাগৰ পলিটেকনিকৰ অধ্যক্ষ শ্ৰীভুবনচন্দ্ৰ সন্দিক শিৱসাগৰ জিলা কংগ্ৰেছৰ প্ৰাক্তন সম্পাদক শ্ৰীযুত উষাধৰ ভৰালী আৰু তেখেতৰ অনুষ্ঠানৰ ছাত্ৰ একনিষ্ঠ কংগ্ৰেছসেৱী শ্ৰীযুত তৰুণচন্দ্ৰ বৰুৱা, বৰ্ত্তমান শিৱসাগৰৰ গাওঁ উন্নয়ন বিভাগৰ পৰিদৰ্শক শ্ৰীযুত হৰিনাথ চেতিয়া, ডিব্ৰুগড় মহকুমাৰ গাওঁ উন্নয়ন বিভাগৰ মহকুমাধিপতি শ্ৰীযুত হৰকান্ত গোঁহাই আৰু গোৱালপাড়া নিবাসী শ্ৰীযুত হাকিমচন্দ্ৰ ৰাভা এম, এল, এ. জয়সাগৰৰ পলিটেকনিকৰ শিক্ষক শ্ৰীবেণুধৰ বৰা আদিকৰি সকলো বিলাকেই ৺গগৈদেৱৰ ৰাজনৈতিক শিষ্য, যিসকলে আজিলৈকে একান পতিয়াকৈ কংগ্ৰেছ আৰু ৰাইজৰ সেৱাতে আত্মনিয়োগ কৰি আছে।

---

# কাণি নিবাৰণী অভিযানত গগৈদেৱ

কাণি নিবাৰণী কুৰি শতিকাৰ—অসমত অনুষ্ঠিত হোৱা এটা উল্লেখযোগ্য অভিযান। ভক্ত মণ্ডলীৰ মঙ্গল আশীষে সমাজৰ সকলো বিলাই ধুই নিয়াৰ দৰেই, অসমৰ কাণি নিবাৰণী অভিযানে দুই শতাব্দীকাল পীড়া এটা মাৰাত্মক বেমাৰক নির্মূল কৰিলে। এই বিহৰ গৰাহত পৰি অসমীয়া বাইজৰ কেনে অৱস্থা হৈছিল সি বর্ণনাৰো অতীত। মুঠতে ই গোটেই জাতিটোকে পঙ্গু কৰি পেলাইছিল। এই নিবাৰণীৰ আৰম্ভনিত হয়তো বহুতেই উপহাস কৰিছিল। ই যে অসমীয়াৰ জাতীয় জীৱনলৈ এটা বিৰাট পৰিবর্ত্তন আনিব তাক বহুতেই ভাবিবলৈ টান পাইছিল। যিটো মাৰাত্মক ব্যাধিয়ে অসমীয়া জাতিক প্ৰায় দুশ বছৰে খুলি খুলি খালে, যিটোৱে বুৰঞ্জী প্ৰসিদ্ধ জাতি এটাৰ সকলো শক্তি হৰণ কৰি সোৰোপা আৰু অকামিলা কৰি পেলাইছিল, তেনে এটা সৌচৰা ৰোগৰ যে ইমান সোনকালেই নিবাৰণ হব তাক ভাবিবলৈ টান হোৱাটো স্বাভাবিক কথাই। কিন্তু স্বৰ্গীয় ভুবনচন্দ্ৰ গগৈদেৱৰ সবল পৰিচালনাত সি অতি সোনকালেই বাস্তৱ ৰূপ ললে। এই মহৎ যুদ্ধৰ সেনানায়ক হিচাপেই ৺গগৈদেৱ কাণি নিবাৰণী কেন্দ্ৰীয় কমিটিৰ সভাপতি হল। গোটেই শিৱসাগৰক মুঠতে নটা কেন্দ্ৰত ভাগ কৰি ঠায়ে ঠায়ে বহুতো প্ৰাথমিক

কমিটী গঠন কৰা হল। যথাসময়ত ১৮৬১ শকৰ প্ৰথম দিনাই অসমীয়াৰ অতিকৈ চেনেহৰ ৰাঙলী বিহুক ওলগলৈ জনাই, নতুন বছৰত নউদ্যমেৰে শিৱসাগৰ আৰু ডিব্ৰুগড়ত কাণি নিবাৰণী মহান্ অভিযান আৰম্ভ কৰা হল। প্ৰথম অৱস্থাত কাণীয়াসকলে হঠাতে কাণি এৰি দিব লগা হোৱাত বহুতো কাণীয়াই বেমাৰত কষ্টভোগ কৰিব লগা হৈছিল। গতিকেই নগৰে নগৰে অনেক চিকিৎসালয় স্থাপন কৰি কাণীয়াসকলক চিকিৎসা আৰু শুশ্ৰূষা কৰোৱা হল। এই কাৰ্য্যত ভাৰতৰ আন আন ঠাইৰ পৰাও ভাল চিকিৎসক অনোৱা হৈছিল। সমৰ ক্ষেত্ৰত সেনাপতিৰ দৰেই ৺গগৈদেৱে গাওঁবিলাকত দিনে-ৰাতিয়ে ঘূৰি পকি, সহকৰ্ম্মীসকলক দিহা পৰামৰ্শ দি ফুৰিছিল। কাণীয়াৰ সেৱাশুশ্ৰূষাতো তেখেতে নিজেই আগভাগ লৈছিল। এই নিবাৰনী অভিযানত ৺গগৈ-দেৱক গুৱাহাটীৰ পৰা আহি তেখেতৰ সহকৰ্ম্মী বন্ধু স্বৰ্গীয় লোকপ্ৰিয় বৰদলৈ, বৰ্ত্তমান শিক্ষামন্ত্ৰী শ্ৰীঅমিয় কুমাৰ দাস, শ্ৰীলীলা বৰুৱা, ৺কৃষ্ণনাথ শৰ্ম্মা, শ্ৰীঅক্ষয় কুমাৰ দাস আদিয়েও সহযোগ কৰিছিল। চৰকাৰী কৰ্ম্মচাৰী সকলেও এই মহৎ কাৰ্য্যত বিশেষ তৎপৰতাৰে সৈতে সহায় সহানুভূতি দৰ্শাইছিল।

স্বৰ্গীয় গগৈদেৱৰ এনে সুপৰিচালনা, তৎপৰতা আৰু কামৰ শৃঙ্খলাবদ্ধভাৱ ফলস্বৰূপেই অতি সোনকালে নিবাৰণী অভিযান কৃতকাৰ্য্যতাৰে সমাপন হয়। আৰু লগে লগেই অসমৰ মৃতকল্প কাণীয়াসকলৰ গালৈ তথা অসমীয়া ৰাইজৰ

জাতীয় জীৱনলৈ নতুন তেজ, নতুন বল, নব প্ৰেৰণা ঘূৰি আহিল। অসমীয়া ৰাইজে হেৰোৱা বস্তু পুনৰ ঘূৰাই পালে। মুঠতে কাণি নিবাৰণী অভিযান অসমীয়া ৰাইজৰ জাতীয় বুৰঞ্জীত এক নতুন অধ্যায়ৰ সূচনা কৰিলে বুলি কলেও বেছি বঢ়াই কোৱা নহয়। কাণি বৰ বিহ খাই মাটি বাৰী ধন-সম্পত্তি সকলো মহাজন আৰু ধনৰ মালিকৰ হাতলৈ পঠিয়াই সৰ্ব্বস্বান্ত হোৱা প্ৰত্যেক অসমীয়া ৰাইজেই মুক্তকণ্ঠে স্বীকাৰ কৰিব। সেই দেখি এই কাণি নিবাৰণী অভিযানৰ গুৰি ধৰোতা নিৰ্ভীক কৰ্ম্মী ৺গগৈদেৱৰ ওচৰত চিৰদিনলৈকে অন্তৰেৰে কৃতজ্ঞতা জনাই থাকিব।

অসমৰ কাণি নিবাৰণী অভিযানে যেনেকৈ অসমীয়া ৰাইজক নৱজীৱন দিলে, তেনেকৈ ৺গগৈদেৱকো অমৰ কৰি তুলিলে। সময়ত অসমীয়া ৰাইজে তেখেতৰ আন আন কামৰ কথা পাহৰি যাব পাৰে কিন্তু অসমৰ ইতিহাসৰ বুকুৰ পৰা এই নিবাৰণী অভিযানক মোহাৰি পেলাব কোনে? অৱশ্যে এই অভিযানত তেখেতে সেনাপতি হিচাপে বিজয়লাভ কৰিছিল যদিও, দিনে ৰাতিয়ে ৰদে বৰষুনে অবিৰাম ঘূৰি ফুৰিব লগা হোৱাত আৰু খোৱা লোৱাৰ কোনো নিয়ম নথকাতে, তেখেতৰ শৰীৰৰ বহুতো ক্ষতি সাধন হল। এই সুযোগতে তেখেতক বেমাৰে আক্ৰমণ কৰিলে আৰু অকালতে তেখেতৰ মৃত্যুৰ দিন চমুৱাই আনিলে।

---

## সঙ্গীত, অভিনয় আৰু খেল-ধেমালিত গগৈদেৱ

৺ভুবনচন্দ্ৰ গগৈদেৱ যেনে আছিল পাকৈত খেলুৱৈ, একনিষ্ঠ শিক্ষাসেৱী, নিৰ্ভীক আৰু নিঃস্বাৰ্থ দেশসেৱী তেনে আছিল সঙ্গীত প্ৰিয় আৰু নাট্যামোদী। তেখেতে ভাল ৰকমেই উপলব্ধি কৰিব পাৰিছিল যে জাতিৰ জাতীয় বৈশিষ্ট্য আৰু সংস্কৃতি অটুট ৰাখিবলৈ হলে, সঙ্গীতচৰ্চ্চা কৰা একান্ত প্ৰযোজনীয। তেখেতে এইটোও জানিছিল যে, সঙ্গীতে মানুহক কেৱল বাহ্যিক আমোদেই নিদিয়ে শাৰীৰিক আৰু আধ্যাত্মিক উন্নতি সাধনতো যথেষ্ট সহায় কৰে। সেয়েহে, যি সময়ত শিৱসাগৰত সঙ্গীত চৰ্চ্চাত কোনো উদ্যোগ নাছিল, সেই সময়তেই—১৯৩৪ চনতে শ্ৰীলক্ষ্মীপ্ৰসাদ দত্ত মহোদয়ৰ অধীনত, তেখেতৰ নিজ অনুষ্ঠানতে এটি সঙ্গীতৰ শ্ৰেণী খোলে। এই সঙ্গীত শ্ৰেণীৰ বিষয়ে ৺গগৈদেৱে শ্ৰীপদ্মধৰ চলিহাদেৱৰ দিহা পৰামৰ্শ সতেই লৈছিল। এই সঙ্গীত শ্ৰেণী তেখেতৰ মৃত্যুৰ আগলৈকে প্ৰায় ছবছৰ কাল চলাৰ পাছত অৰ্থৰ অভাৱত লোপ পায়। অৱশ্যে তাৰ পৰিৱৰ্ত্তে সঙ্গীতত উদগণি পোৱা কেইজন মান ভদ্ৰলোকৰ যত্নত ১৯৪৮ চনত স্বকীয়াকৈ "সেউজীয়া সঙ্গীত বিদ্যালয়টো" গঢ়ি উঠিছে। আৰু আজি

শিৱসাগৰ নগৰত সঙ্গীতৰ চৰ্চ্চা বহুত পৰিমাণে বৃদ্ধি প্ৰাপ্ত হৈছে।

অভিনয় ক্ষেত্ৰতো ৺গগৈদেৱ অগ্ৰগামী আছিল। ১৯০১ চনতে স্থাপিত হোৱা শিৱসাগৰ নাট্য সমাজৰ তেখেত বিশিষ্ট কৰ্ম্মী আছিল। ১৯২৫ চনতে শিৱসাগৰ ক্লাব ঘৰত অনুষ্ঠিত হোৱা ৺বেজবৰুৱা দেৱৰ "জয়মতী" আৰু "মহৰী" নাটকত দেখুৱা অভিনয়ত তেখেতে যথেষ্ট সুনাম অৰ্জ্জন কৰে। সেই সময়ত তেখেতৰ লগৰীয়া ভাৰৰীয়া আছিল, শ্ৰীযুত পদ্মধৰ চলিহা, শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীযুত কুলধৰ চলিহা, শ্ৰীযুত সুৰেশচন্দ্ৰ ৰাজখোৱা, ৺লক্ষ্মীকান্ত বৰুৱা আদি। তেখেত সকলৰ সেই ক্লাব ঘৰে ৰাইজৰ বহুতো উপকাৰ সাধিছিল। আন ৰাজহুৱা কোনো ঘৰ নথকাত সভা সমিতি কে আদি কৰি ৰাইজৰ বহুতো কাম তাতেহে অনুষ্ঠিত হৈছিল। এতিয়া সি এটা মহৎ পকী ঘৰবে ডাঙৰ ক্লাব ঘৰলৈ পৰিবৰ্ত্তিত হব ধৰিছে।

ধৰ্ম্মানুষ্ঠান হিচাপে শিৱসাগৰত শ্ৰীশঙ্কৰ দেৱ সমাজ তেখেত আৰু শ্ৰীপদ্মধৰ চলিহা দেৱৰ যত্নত ১৯২৯ চনত প্ৰতিষ্ঠিত হয়। সেই সমাজৰ উদ্দেশ্যত আজি শিৱসাগৰৰ নগৰত এটা অতি ধুনীয়া আৰু ডাঙৰ নাম ঘৰ গঢ়ি উঠিছে। এই সমাজৰ সকলো কামতে ৺গগৈদেৱে সহায় আৰু সহানুভূতি আগ বঢ়াইছিল।

খেল ধেমালি ক্ষেত্ৰতো ৺গগৈদেৱৰ স্থান একচেতীয়া আছিল।

এসময়ত তেখেতৰ অবিহনে শিৱসাগৰত কোনো খেলাই অনুষ্ঠিত হব নোৱাৰিছিল বুলিব পাৰি। খেলৰ বিচাৰক হিচাপেও তেখেত অদ্বিতীয় আছিল। এসময়ৰ মোহনবাগানৰ খেলুৱৈ আছিল বুলি তেখেতক এটায়ে সম্মান দেখুৱাইছিল আৰু সকলো ডাঙৰ ডাঙৰ ফুটবল খেলাৰ বিচাৰক হিচাপে তেখেতৰ বাহিৰে আন হব নোৱাৰিছিল। কোনো প্ৰতিযোগিতা-খেলৰ শেষ ফলাফল (final) খেলৰ বিচাৰক হবই লাগিছিল ৺গগৈদেৱ, আৰু কোনো খেলত গণ্ডগোল হোৱাৰ সম্ভাৱনা থাকিলে সেই খেলৰ বিচাৰৰ ভাৰ পৰিছিল ৺গগৈদেৱৰ ওপৰতে। কাৰণ ৺গগৈদেৱে খেলৰ বিচাৰক হবৰ দিনা অকল খেলুৱৈয়ে যে গণ্ডগোল কৰিব নালাগে, দৰ্শক সকলেও হাই-উৰুমি কৰিবলৈ সাহ নকৰিছিল। আনকি, যিদিনা ৺গগৈদেৱে দৰ্শক হিচাপে খেল চাইছিল সেইদিনাৰ খেলৰ বিচাৰক জনেও তেখেতে ভুল ধৰিব পাৰে এই ভয়ত অতি সাৱধান হব লগত পৰিছিল।

---

# দূৰদৰ্শী ভুবন গগৈ

৺ভূবনচন্দ্ৰ গগৈদেৱৰ দূৰদৰ্শীতা সম্বন্ধে বহুতো প্ৰমাণ দেখিবলৈ পাওঁ। তেখেতে অতীত আৰু বৰ্ত্তমানৰ শিক্ষা ব্যৱস্থাৰ মাজেদি ভবিষ্যত শিক্ষাব্যৱস্থা কেনে হ্বগৈ পাৰে তাক সম্যক্‌ভাবে উপলব্ধি কৰিছিল. সেয়েহে, তেখেতে প্ৰতিষ্ঠা কৰিলে এই "অসম পলিটেকনিক ৰেছিডেন্সিয়েল ইনষ্টিটিউশন" এই ইনষ্টিটিউশনৰ জৰীয়তে তেখেতে যি নৱশিক্ষা পদ্ধতি উলিয়াবলৈ যত্ন কৰি আছিলে সেই পদ্ধতিৰেই মূলসূত্ৰ আজি চৰকাৰে আৰু ৰাইজে বহুত পৰিমাণে মানি লৈছে। তেখেতে উচ্চ ইংৰাজী স্কুলৰ ছাত্ৰসকলৰ পঢ়াকাল আঠ বছৰৰ ঠাইত সাত বছৰ কৰি প্ৰবেশিকা পৰীক্ষাৰ পাঠ্যক্ৰমে তৈয়াৰ কৰাৰ পৰীক্ষামূলক প্ৰচেষ্টা এটা ১৯২৬ চনৰ পৰাই চলাইছিল। আৰু উক্ত প্ৰচেষ্টাৰ ফলস্বৰূপে ছাত্ৰ সকলে আশানুৰূপ ফলো দেখুৱাইছিলে। কিন্তু নানান কাৰণে পাছত আন আন স্কুলৰ দৰে শিক্ষাকাল আঠ বছৰ কৰা হ'ল। ১৯৫১-৫২ চনৰ পৰাহে আমাৰ চৰকাৰে এই সাত বছৰৰ পাঠ্যক্ৰম ব্যৱস্থা গ্ৰহণ কৰিছে। আৰু ১৯৫৩-৫৪ চনৰ পৰাহে চৰকাৰে বাধ্যতা-মূলক হাতৰ কামৰ ব্যৱস্থা কৰিছে, যিটো ব্যবস্থা তেখেতে

১৯১৮ চনৰ পৰাই চলাই আনিছে। দেশত হিন্দী প্ৰচাৰৰ প্ৰয়োজনীয়তাৰ উপলব্ধি ৺গগৈদেৱৰ আন এটা দুৰদৰ্শীতাৰ নিদৰ্শন। অসমত আনকি ভাৰততো হিন্দী শিক্ষা প্ৰচাৰৰ কোনো ব্যৱস্থা নৌহওঁতেই তেখেতে সুদূৰ কাশী আৰু বিহাৰৰ পৰা হিন্দী শিক্ষক অনালে আৰু তেখেতৰ অনুষ্ঠানতে ১৯২৯ চনৰ পৰা আজিলৈকে হিন্দী শিক্ষা দি অহা হৈছে। যিটো ব্যৱস্থা আজিহে চৰকাৰ আৰু শিক্ষা বিভাগে বাধ্যতামূলক হিচাপে ধৰি লৈছে।

সেইদৰেই ৺গগৈদেৱে তেখেতৰ অনুষ্ঠানত ১৯৩২-৩৩ চনতেই এদল স্বেচ্ছাসেবক গঠন কৰিছিল। সেই সকলক কছৰৎ আদি শিক্ষা দি সামৰিক শিক্ষাৰ জ্ঞান দিবলৈ চেষ্টা কৰিছিল। সিহতক খাকী ইউনিফৰ্ম দিয়া হৈছিল, বৰ্ত্তমান আমাৰ চৰকাৰ স্কুলবিলাকত N. C. C. এন, ছি, ছি, দল গঠন কৰি সামৰিক শিক্ষা দিছে। এনে সামৰিক শিক্ষাৰ প্ৰয়োজনীয়তা তেখেতে বহুদিন আগতেই উপলব্ধি কৰিছিল কিন্তু অৰ্থাভাৱ আৰু আন আন অসুবিধাত গা কৰিব নোৱাৰিলে। এই বিলাকেই প্ৰমাণ কৰে ৺গগৈদেৱৰ অসামান্য দূৰদৰ্শীতাৰ কথা। নানান ৰকম অন্তৰায় আৰু অভাৱ অভিযোগৰ মাজেদিও তেখেতে মনৰ কল্পনাক বাস্তৱ ৰূপ দিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। হয়তো, মনৰ জোখাৰে সুবিধা পোৱা হলে তেখেতে ভবামতেই সকলোকাম এদিন হৈ উঠিলেহেতেন।

---

# গগৈদেৱৰ চৰিত্ৰৰ বৈশিষ্ট্য

৺গগৈদেৱৰ জীৱনৰ বিশেষত্ব আছিল প্ৰধানকৈ পৰিৱৰ্ত্তন-শীলতা আৰু শৃঙ্খলাবদ্ধতা। এই পৰিবৰ্ত্তনশীলতা তেখেতৰ জীৱনৰ প্ৰত্যেক অৱস্থাতে পৰিলক্ষিত হৈছিল। এক কথাত ইয়েই তেখেতৰ জীৱনক গঢ় দিছিল। শৈশৱ কালত তেখেত আছিল অহঙ্কাৰী আৰু দুষ্ট লৰা। পঢ়াশুনা নাই কেৱল ধেমালি আৰু ধেমালি। শিক্ষাৰ জীৱন কাল গগৈদেৱে এইদৰেই একেবাৰে সহজ গতিত এৰি দিছিল। সমনীয়াৰ লগত আড্ডা পাতি চাহ-মিঠাই খায়ে বহুত পইছা পানী কৰিছিল। ইয়েই নহয় গুপুতে গুপুতে মদ-মাংসতো হাত দিছি·।, তাকো অকলে নহয় বন্ধুৰ লগত। কিন্তু তাৰ পাছৰ জীৱন ছোৱাত আমি দেখিলো কি? আমি দেখিলো এটা সম্পূৰ্ণ পৰিবৰ্ত্তিত অমায়িক জীৱন। ইয়াত নাছিল বিলাসিতা, নাছিল অবাৰত সময় নষ্ট কৰা উড়ন্দালী, নাছিল ধনৰ অপব্যৱহাৰ; আছিল কেৱল এটা অবিশ্ৰান্ত, একনিষ্ঠ, কৰ্ম্মময়, নিষ্কলঙ্ক, পৱিত্ৰ, সবল, সহজ জীৱন। ·নতুনত্ব তেখেতে সদায়ে বাঞ্ছা কৰিছিল। গতিকেই তেখেতে মনৰ তৃপ্তিৰ কাৰণেই অনুষ্ঠানৰ ঘৰ-দুৱাৰ, আলি পদূলি, আদিক সততে পৰিবৰ্ত্তন কৰি আছিল। ·আৰু সেই পৰিবৰ্ত্তন

এনে দ্ৰুতগতিত কৰিব পাৰিছিল যে আগদিনা আমি যি অৱস্থা দেখি গৈছিলো পিচ দিনা ইখালত পৰিণত হৈ থকা দেখা পাওঁ। আমি বিমূঢ়ত পৰি বাট বিচাৰি ফুৰো আৰু তেখেতে দূৰৈৰ পৰা "এইফালেদি আহক" বুলি হাঁহি এটা মাৰি আগ বাঢ়ি আছে। আন কি তেখেতে শোৱা চাংখনো একেটা গতিত কেতিয়াও না ৰাখিছিল। এইদৰে তেখেতে পৰিবৰ্ত্তনশীলতাৰ অকৃত্ৰিম আনন্দ ভোগ কৰিছিল। তেখেতৰ প্ৰত্যেক কামতে শৃঙ্খলাবদ্ধতা আছিল।

ফুল তেখেতৰ বৰ আদৰৰ বস্তু আছিল। অশেষ পৰিশ্ৰম কৰি বহুত পইছা খৰচ কৰি ফুলনি বাৰী পতাটো তেখেতৰ জীৱনৰ একমাত্ৰ চ'খ (hobby) আছিল। তেখেতে এনে ধুনীয়া ফুলনি বাৰী কৰিছিল যে চহৰৰ গণ্যমান্য লোক সকলে ফুলনি বাৰী চাবলৈকে তেখেৰ ঘৰলৈ আহিছিল। তেখেতৰ মৃত্যুৰ পিছত এইহেন ফুলনি বাৰীৰো অন্তৰ্দ্ধান হ'ল বুলি কিছুমানে এতিয়াও আক্ষেপ কৰে।

৺গগৈদেৱে জীৱনত নিজক সৰু বুলি কোনো দিন ভবা নাই আৰু কাৰো ওচৰত খোষামোদী কৰিবৰৈ নিশিকলে। অনুষ্ঠানৰ কামৰ টকা পইচাৰ অভাবেও ৺গগৈদেৱৰ ডাঙৰ মনটোক কোনো দিন সৰু কৰিব নোৱাৰিলে। অনুষ্ঠানৰ কাৰণে টকা সংগ্ৰহ কৰিবলৈ গৈ কোনো বাগানত এৰাতি থাকি খাই আহিলে কিন্তু টকাৰ কথা উল্লেখো নকৰিলে এনে ঘটনাও ঘটিছে বুলি শুনিবলৈ পাওঁ। তেখেতৰ স্বাধীন চিন্তীয়া যুক্তি

মনটোৱে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। তেখেতৰ অন্তৰ যেনে সহজ আছিল, তেনেদৰেই তেখেতে আনকো সহজভাৱে ধৰিলৈ সংব্যৱহাৰ কৰিছিল। কোনো দিন তেখেতে সহকৰ্ম্মী সকলক কটুবাক্য কৈ নিৰুৎসাহ নকৰিছিল। তেখেতৰ লগ পাবলৈ কোনো দিন কোনো মানুহে দুৱাৰ মুখত ঠিয় হৈ থাকিব লগা নহৈছিল। সঙ্গপ্ৰিয়তা তেখেতৰ প্ৰকৃতিগত আছিল। সেই দেখি সকলেৰে তেখেতক ভাল পাইছিল।

৺গগৈদেৱে কেতিয়াও সাম্প্ৰদায়িকতা, প্ৰাদেশিকতা আৰু আপোন পেটীয়াৰ নিচিনা ঠেক মনোবৃত্তিক অন্তৰত স্থান দিয়া নাছিল। সেয়েহে তেখেতৰ নিজ অনুষ্ঠানতো আন প্ৰদেশৰ আৰু ভিন্ন সম্প্ৰদায়ৰ লোককো আজীৱন সহকৰ্ম্মী হিচাপে পাইছিল।

৺গগৈদেৱৰ জন্মগত প্ৰকৃতি আছিল নেতৃত্ব বহন কৰা। স্কুলীয়া জীৱনত তেখেত যেনে আছিল সহপাঠীৰ নেতা, খেল-ধেমালিত অগ্ৰগামী, তৰ্ক প্ৰতিযোগিতাত বিজয়ী তাৰ্কিক; কৰ্ম্ম জীৱনতো তেনে আছিল বন্ধু সমাজৰ উদাৰনৈতিক আৰু অমায়িক বন্ধু আৰু নেতা। গতিকেই তেখেতৰ নেতৃত্বক সকলোৱে মান্য কৰিছিল। এই স্বভাৱ তেখেতৰ ৰাজনৈতিক আৰু সামাজিক জীৱনতো দেখা পোৱা গৈছিল।

মিছা আৰু অন্যায়ক ৺গগৈদেৱে প্ৰশ্ৰয় দিবলৈ শিকা নাছিল। আৰু তেখেতক কোনোবাই অন্যায় কৰিলে কেতিয়াও সহ্য কৰিব নোৱাৰিছিল। তেখেতৰ প্ৰকৃতিগত খঙৰ ভমকো

আছিল যথেষ্ট। গতিকেই তেখেতৰ বিৰুদ্ধে কোনোবাই অন্যায় কৰিলে তেখেতে Discipline মাজত থাকি কৰিব নোৱাৰা একো নাছিল। সেই দেখি চৰকাৰী বিষয়া সকলেও তেওঁলৈ ভয় কৰিছিল। কিন্তু নিজে অন্যায় কৰিলে তৎক্ষণাৎ ক্ষমা ভিক্ষা কৰিবলৈকে দ্বিধা নকৰিছিল। সেয়েহে সকলোৱে তেখেতক ভক্তিও কৰিছিল।

---



# ৺গগৈদেৱৰ নৱজীৱনৰ অৱসান

মানুহৰ হাঁহি কান্দোন একোলৈকে ভ্ৰূক্ষেপ নকৰি মৃত্যু আমাৰ মাজলৈ আহে আৰু যায়, এই কথা অপ্ৰিয় হলেও আমি তাক মানি লবলৈ বাধ্য। ইয়ে সৃষ্টিতত্ত্বৰ গভীৰ ৰহস্য। ই চিৰন্তন সত্য। অসমৰ কানি নিবাৰণী অভিযানৰ গুৰি ধৰোঁতা, স্বাধীনতা আন্দোলনৰ নিৰ্ভীক যোদ্ধা, নৱ শিক্ষা পদ্ধতিৰ প্ৰতিষ্ঠানৰ অগ্ৰদূত আৰু উদাৰ জননায়ক ৺গগৈদেৱৰ ক্ষেত্ৰতো সেয়েই হ'ল।

১৯৪০ চনৰ ৯ জুলাই, মঙ্গলবাৰ। পুৱা ৮॥ বজাৰ প্ৰখৰ সূৰ্য্যৰ উজ্জ্বল কিৰণৰ মাজেদি ৺গগৈদেৱৰ ৫১ বছৰীয়া, চুটী অথচ কৰ্ম্মবহুল জীৱনটো হঠাতে শেষ হৈ গ'ল। তেখেতৰ গুণমুগ্ধ ছাত্ৰ, শিক্ষক আৰু কংগ্ৰেছী সহকৰ্ম্মী সকলে শ'টো লৈ, গোটেই নগৰতে শোভাযাত্ৰা কৰি, তেখেতৰ অনুষ্ঠানৰ এ চুকতে অগ্নিৰ সংস্থান কৰিলে। ৺গগৈদেৱৰ অনন্ত কল্পনাৰ আঁচনি সমূহ বুকুত লৈ তেখেতৰ প্ৰাণপক্ষীয়ে অনন্তধামলৈ উৰা মাৰিলে। কানি নিবাৰণী অভিযানত যি এবাৰ শৰীৰৰ ক্ষতি হ'ল তাক আৰু ঢুনাই ঘুৰাই নেপালে। ৺গগৈদেৱ

কামৰ মাজেদি আহি কামৰ মাজেদিয়েই গুচি গ'ল। মুঠতে "He died a martyr's death" বুলিয়েই কব পাৰো। ৺গগৈদেৱৰ মৃত্যুৱে অসম কংগ্ৰেছৰ এজন বিশিষ্ট কৰ্ম্মী হৰণ কৰিলে; শিৱসাগৰ কংগ্ৰেছ তথা শিৱসাগৰীয়া ৰাইজে তেখেতৰ অভাৱত দলপতি হেৰুৱাই নিঠৰুৱা হ'ল। ৺গগৈ-দেৱৰ মৃত্যুৱে সৃষ্টি কৰা শূন্যতাৰ বুকুত তেখেতৰ গুণমুগ্ধ শিক্ষাসেৱী সকলে আৰু সহকৰ্ম্মী সকলে তেখেতৰ মহান্ আদৰ্শ আৰু অসীম কৰ্ম্মপ্ৰেৰণাৰ জীৱন্ত মূৰ্ত্তি এখন চিৰদিনলৈ হেৰুৱালে। গাঁৱলীয়া ৰাইজে ৺গগৈদেৱৰ মৃত্যুত হতাশৰ হুমুনীয়া কাঢ়িলে। তেখেতৰ মৃত্যুৱে শূন্য কৰা আসন খন চিৰদিনলৈ অপূৰণ হৈ ৰ'ল। সেয়েহে পৰমাৰাধ্য শ্ৰীশ্ৰীগড়মূড়ীয়া সত্ৰাধিকাৰ দেৱে তেখেতক হেৰুৱাই কৈছিল—"অসমত বক্তৃতা দিব পৰা নেতা বহুত আছে; কিন্তু কামে কথাই সামঞ্জস্য ৰাখি চলা নেতা অসমত আৰু দ্বিতীয় নাই। অতি সোনকালে যে সেই স্থান পূৰণ হব তাতো আমাৰ সন্দেহ।" ৺গোপীনাথ বৰদলৈদেৱে তেখেতৰ মৃত্যুত শোক প্ৰকাশ কৰি এইদৰে কৈছিল "স্বৰ্গীয় ভুবনচন্দ্ৰ গগৈদেৱৰ মৃত্যুত অসমত এনে এজন কৰ্ম্মীৰ বিৰাট অভাৱ ঘটিল যাৰ স্থান অদূৰ ভৱিষ্যতত পূৰণ কৰা সম্ভৱ নহয়।"

কৰ্ম্মযোগী ৺গগৈদেৱ আজি আমাৰ মাজত নাই; কিন্তু তেখেতে সৰ্ব্বস্ব ত্যাগ কৰি প্ৰতিষ্ঠা কৰা "অসম পলিটেকনিক অনুষ্ঠানখনৰ" লগত তেখেতৰ অপৰিসীম স্বাৰ্থত্যাগ আৰু জ্বলন্ত

কৰ্ম্ম-প্ৰেৰণাৰ নিদৰ্শন আমাৰ মাজত চিৰদিনলৈ ৰৈ গৈছে। তেখেতৰ শিক্ষাৰ এই অনুষ্ঠানটিক ৰাইজে সহানুভূতিৰ চকুৰে চালে তেখেতৰ পবিত্ৰ আত্মাই শান্তি পাব আৰু লগে লগে ৰাইজ তথা দেশৰো যথেষ্ট উপকাৰ হব বুলি আমাৰ দৃঢ় বিশ্বাস।

জয় হিন্দ



# শুদ্ধবণী

| শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|
| ১৭ | হলেত | হলত । |
| ৮ | স্কুল | স্কুল । |
| ৩ | বিশষকৈ | বিশেষকৈ । |
| ১৮ | বছৰ | বছৰ । |
| ১৫ | শিক্ষাবিদ্ | শিক্ষাবিদ্ |
| ২ | afternoun | afternoon. |
| ১২ | জানুয়াৰী | জানুৱাৰী । |
| ২০ | ঔদঘাটন | উদঘাটন । |
| শেষশাৰী | কৰোৱাৰ | কৰোৱাব । |
| ১৫ | দেশৰ | দেশৰ । |
| ১৭ | আজ | আৰু । |
| ১৮ | কংগ্ৰেছৰ | কংগ্ৰেছৰ । |
| প্ৰথম শাৰী | কানি | কাণি । |
| ১৭ | ৰবযুয়ে | ৰবযুণে । |
| শেষৰ শাৰী | বিদ্যালহটা | বিদ্যালয় । |
| ৪ | এটায়ে | আটায়েই । |
| ৭ | বিচাবক | বিচাৰক । |
| ১০ | তৈয়াব | তৈয়াৰ । |
| ১৫ | বহুদিন | বহুদিনৰ । |
| ১৬ | মনব | মনৰ । |
| ১৩ | তেখেৰ | তেখেতৰ । |

| পিঠি | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ৵০ | ২ | তেখেতকৰ | তেখেতৰ । |
| ৵০ | ৮ | প্ৰবীন | প্ৰবীণ । |
| ৵০ | ২১ | গোহাঁইয়ে | গোঁহাইয়ে । |
| ৶০ | ৪ | কল্যান | কল্যাণ । |
| ৷৴০ | ২ | গঢ়াতো | গঢ়াটো । |
| ৷৴০ | ৫ | নিখুত | নিখুঁত । |
| ৷৴০ | ১০ | আসোৱাহবোৰ | আঁসোৱাহবোৰ । |
| ৷৵০ | ৬ | ইংৰাজীতও | ইংৰাজীতো । |
| ৷৶০ | ৫ | নেতৃত্বতও | নেতৃত্বতো । |
| ৷৶০ | ৯ | সেই | সি । |
| ৷৶০ | ১৬ | পৰৰ | পৰব । |
| ৸০ | ১ | উদগনি | উদগণি । |
| ৸৶০ | ৩ | বিষয়েই | বিষয়তেই । |
| ৸১ | ৫ | ভৰসাৰ | ভাৰসাৰ । |
| ৸১ | ৭ | দোৱাই | দোঁৱাই । |
| ৸৵০ | | বোলনি চ'ৰা | বুলনী চ'ৰা । |
| ৸৶০ | ১ | বুল | বুলি । |
| ২ | শেষশাৰী | সোসৰ চকু মূৰত লৈ | সোনৰ চকুত হাত |
| ৩ | ১০ | নানান | নানা । |
| ৪ | ৬ | সোপাঢ়িলা | সোপাচিলা । |
| ১০ | ৩ | ভোলেৰে | ডোলেৰে । |
| ১৩ | ২১ | সন্তৰ পৰ | সন্তৰপৰ । |
| ২১ | ১০ | ১৮১৯ | ১৯১৯ । |

